# মলয়ালম একাঙ্কী

সম্পাদক

কে. ৰাঘবন পিল্লাই

অনুবাদ

অৰুণ শৰ্ম্মা



নেচনেল বুক ট্ৰাষ্ট, ইণ্ডিয়া, নতুন দিল্লী

# ভূমিকা

একেটা মাত্র অঙ্কতে শেষ হোৱা নাটকেই একাঙ্কী। কিন্তু যিকোনো এখন নাটকৰ যিকোনো এটা অঙ্ক পৃথক কৰি ললেই সি একাঙ্কী হৈ নাযায়। আৱশ্যকীয় মুখবন্ধন, সংঘাট আৰু পৰিণামেৰে একেটা মাত্র অঙ্কৰ সীমাতে নাটকীয় লক্ষণ আৰু অনুভূতি সহকাৰে সম্পূর্ণ হৈ উঠা নাটকেই একাঙ্কী নাট বুলি কোৱা হয়। একাঙ্কী নাটক জাপানী পদ্ধতিত ৰোৱা 'বনচাই' গছৰ দৰে। মাটিৰ পাত্রত ৰোৱা সেই চুটি-চাপৰ গছ বৃহৎ বৃক্ষৰ দৰেই পূর্ণাঙ্গ আৰু ফলদায়ক। কেবাটাও অঙ্কবিশিষ্ট নাটকত অনেক চৰিত্রৰ সমাবেশ হয়, কেবাটাও শাখাৰে প্রবাহিত হয় আৰু এটি পৰিণাম অনাবৰণ কৰি জীৱনৰেই এটি বৃহৎ অংশক সাবতি ধৰে। কিন্তু একাঙ্কী এক সীমাৱদ্ধ শাখাৰে প্রবাহিত হয়। স্বভাৱতেই তাত পাত্র-পাত্রী কম হয়। বহুতো দ্বন্দ সন্নিবিষ্ট কৰা নহয়, আৰু যি দুই-এটা থাকে তাৰো বর্ন-বৈচিত্র যথেষ্ট নাথাকে। কিন্তু নাটকীয় দ্বন্দ তাতো অপৰিহার্য। আৰু সেই দ্বন্দৰ গভীৰতাও থাকিব লাগিব।

মলয়ালম সাহিত্যৰ আধুনিক অঙ্গ হিচাবে উপন্যাস আৰু নাটকৰ উৎপত্তি আৰু ইতিহাসৰ পৰিচয় বিচাৰি বহুতে পাশ্চাত্য সাহিত্যৰ পিনে দৃষ্টিপাত কৰে। এসময়ত বহুতেই আধুনিক মলয়ালম উপন্যাস আৰু নাটকৰ মূল পাশ্চাত্যৰ পৰা অহা বুলিয়েই মত পোষণ কৰিছিল। কিন্তু বৰ্ত্তমানে সেই মতৰ বিশ্বাসযোগ্যতা কিছু পৰিমানে শিথিল হৈ আহিছে। সংস্কৃত সাহিত্যত বিকাশ লাভ কৰা আখ্যায়িকাসমূহৰ ৰূপে আমাৰ অবচেতন মনৰ মাজেদি আহি আমাৰ উপন্যাসত পেলাইছে বুলি আমি নিশ্চয় যুক্তি দর্শাব পাৰো। একেধৰণেই, খৃষ্ট-জন্মৰ আগৰ কালৰ শেষ ভাগত জন্মলাভ কৰা নাট্যকাৰ ভাস আৰু সংস্কৃত-সাহিত্য-নভোমণ্ডলৰ চিৰউজ্জল নক্ষত্র কালিদাসৰ কৃতি সমূহ আমাৰ নাট্যকাৰ সকলৰ বাবে সম্পূর্ণ পৰিচিত অছিল। আমাৰ নাট্যকাৰসকলৰ সৃজনী প্রতিভাই বিদেশী মাটি পাইহে শিপাব পাৰিছিল— এই মন্তব্যৰ সত্যতা কিমান, সেই সম্পর্কে পৰীক্ষা কৰি চোৱাৰ আৰু থল নোহোৱা নহয়।

একাঙ্কী-নাটক সম্বন্ধে এনে চিন্তাধাৰাৰ সাৰশূন্যতা আৰু অধিক অর্থপূর্ণ। দশ ৰূপকৰ ভিতৰত ভান, ব্যায়োগ, ইহামৃগ আৰু বীথী, অন্ততঃ এই চাৰিখন একাঙ্কী

আছে। এই কথা স্মৰণ কৰিলেই এইটো স্পষ্ট হৈ পৰিব যে প্ৰাচীনতম ইউৰোপীয় নাটক, যেনে মিষ্ট্ৰী নাটক, মিৰাকলচ্ নাটক, আৰু মৰেলিটী নাটক ইত্যাদি খ্ৰীষ্টিয় নবম শতিকাতহে সৃষ্টি হয়, অথচ তাৰ আগৰ সাত-আঠ শতাব্দীৰ পূৰ্ব্বেই ভাৰতত একাঙ্কী আৰু অন্য নাট্যৰূপৰ সৃষ্টি হৈছিল। এনেধৰণে কথাবোৰ চিন্তা কৰি চালে ভাৰতীয় নাটকৰ উদ্ভৱ সম্বন্ধে পাশ্চাত্য দেশৰ পিনে দৃষ্টিপাত কৰাৰ সিদ্ধান্তক পুনৰ্বিচাৰ কৰাৰ থল আছে।

তথাপি এটা কথা অনস্বীকাৰ্য যে নাটককে লৈ আধুনিক ভাৰতীয় সাহিত্যৰ সৃষ্টি আৰু বিকাশত পাশ্চাত্য সাহিত্যৰ বহুল পঠন আৰু পৰিচয়ে বিশেষ সহায়তা কৰিছে। এইটো সত্য যে কিছুমান অস্বাভাৱিক তাত্ত্বিক ভাবধাৰা বা সামাজিক ঘটনাৰ ফলত ভাৰতীয় চিন্তাধাৰা কিছু নিষ্ক্ৰিয় হৈ পৰিছিল। তেনে অৱস্থাত পাশ্চাত্য সম্পৰ্কই সেই চিন্তাধাৰাক জগাই উৰ্দ্ধমুখী কৰি তুলিছিল। লগে লগে এই সম্পৰ্কৰ ফলত সাহিত্যই বিবিধ ৰূপ লাভ কৰিলে। মলয়ালম একাঙ্কীৰ বুৰঞ্জী প্ৰায় মলয়ালম পূৰ্ণাঙ্গ নাটকৰ বুৰঞ্জীয়েই। অধিকাংশ লব্ধপ্ৰতিষ্ঠ নাট্যকাৰেই একাঙ্কী নাটকো ৰচনা কৰিছে। এই গ্ৰন্থত সংকলিত একাঙ্কীসমূহৰ ৰচয়িতাসকলে পূৰ্ণাঙ্গ নাটকো ৰচনা কৰিছে।

ৰস-প্ৰাধান্যৰ আধাৰত আধুনিক নাটকক পূনৰ নিয়ম অনুসৰি বিভাজন কৰিব পৰা নাযায়। পৰম্পৰাগত নাটকৰ নিয়ম অনুসৰি শৃঙ্গাৰ ৰস, বীৰ ৰস, হাস্যৰস ইত্যাদি বিভিন্ন ৰসৰ প্ৰাধান্যৰ ভেটিত প্ৰকাৰ ভেদে আধুনিক নাটকৰ সুনিশ্চিত বিভাজন নহয়। এইবোৰৰ কিছুমানৰ ৰচনাত, আগেয়ে কোৱা দৰে, পাশ্চত্য নাটকে প্ৰভাব পেলাইছে। সেই নাটকবোৰত বিভিন্ন নাট্যাদৰ্শই মাৰ্গ-নিৰ্দ্দেশ কৰিছে। পৰম্পৰাগত নাটকত আদৰ্শনিষ্ঠ নায়ক-নায়িকাক সৎচৰিত্ৰৰ তৰোৱালৰ ধাৰেৰে সৰ্ব্বশক্তিমান কৰি আৰু সামান্যও পতন নঘটাকৈ দেখুৱা হয়। আনহাতে আধুনিক নাটকৰ নায়ক নায়িকাক ৰক্তমাংস যুক্ত মানৱজীৱনৰ নৈৰাশ্য, স্খলন, প্ৰেম, দ্বেষ আদিৰ মাজেৰে সবল আৰু দুৰ্ব্বল দুয়োটা দিশতে প্ৰদৰ্শিত কৰা হয়। জীৱনৰ বিভিন্ন ভাব আৰু সংঘাতৰ মাজেৰে সৃষ্টি আৰু ৰূপায়িত হোৱা, জীৱন-সুৰভিৰে সুৰভিত হোৱা শিল্পকৰ্ম্ম এই একাঙ্কী নাটকসমূহ। ৰসপ্ৰাধান্যৰ দৃষ্টিকোণৰ পৰা ক'বলৈ গ'লে এই নাটকসমূহৰো কিছুমান হ'ব হাস্যৰসপ্ৰধান, আৰু আন কিছুমানত শৃঙ্গাৰ আৰু বীৰৰস আদিৰো প্ৰাধান্য পোৱা যায়। পাশ্চাত্য নাটকসমূহৰ ৰচনা-ৰীতি আৰু দৰ্শনৰ প্ৰয়োগ কমবেছি পৰিমাণে মলয়ালম একাঙ্কী নাটকতো (সাধাৰণ ভাবে সকলো নাটকতে) দেখা পোৱা যায়। কমবেছি পৰিমাণে বুলি

কোৱা হৈছে এই কাৰণেই যে এই প্ৰয়োগ বিশুদ্ধ ৰূপত আমাৰ সকলো নাটকতে সৰ্বত্ৰ দেখা পোৱা নাযায়।

তোপ্পিল ভাসী আৰু চেৰু কাড়ুৰ কিছুমান একাংকী সমাজৰ জীৱনলৈ অতি শীঘ্ৰে ক্ৰান্তিকাৰী পৰিবৰ্ত্তন আগুৱাই আনিবৰ উদ্দেশ্যে ৰচনা কৰা বুলি ক'ব পাৰি। শিল্পক মানুহৰ আহৰি সময়ৰ মনোৰঞ্জনৰ খোৰাক ৰূপে গ্ৰহণ কৰিব লাগে, এনে অভিপ্ৰায় এই নাট্য-ৰচনাৰ মূলত নাই। এইবোৰ এক সাম্যবাদী সমাজ সংগঠন কৰাত বিশ্বাসী। ভাসীৰ নাটক সমূহত স্পষ্ট ভাবে বাস্তৱবাদ পৰিলক্ষিত হয়। সংলাপ আৰু ঘটনাবিকাশত এই নাট্যকাৰে যথাযথ ভাবে বাস্তৱবাদ প্ৰয়োগ কৰিছে।

ভাসী, চেৰুকাঁড়ু আৰু আন কেজনমান নাট্যকাৰে নাটকক বিপ্লৱৰ জোৰবন্তি ৰূপে ব্যৱহাৰ কৰিবলৈ চেষ্টা কৰিছে। এই জোৰবন্তিৰ ৰূপটোৱে একোটা চৰিত্ৰলৈও ৰূপান্তৰ লোৱা দেখা যায়। আৰু তাৰ বাবেই বিশেষ আঙ্গিকৰ প্ৰয়োগো কৰিব লগা হয়। কেৰেলাৰ নায়াৰ সমাজ মৰুমক্কতায়মৰ (মাতৃপ্ৰধান উত্তৰাধিকাৰ ক্ৰম) পৰা মক্কতায়ম (পিতৃপ্ৰধান উত্তৰাধিকাৰ ক্ৰম) তথা যৌথ পৰিয়াল ব্যৱস্থাৰ পৰা গাইগুটিয়া পৰিয়াল ব্যৱস্থালৈ পৰিবৰ্ত্তিত হোৱা ক্ৰমবিকাশৰ প্ৰক্ৰিয়াত একাংকী নাট্য সাহিত্যৰ ভালেখিনি অবদান আছে। ভাসী, চেৰুকাঁড়ু, ইটশ্বেৰী গোবিন্দন নায়াৰ আদিয়ে নায়াৰ পৰিয়ালৰ বিভিন্ন আবেগ-ৰঞ্জিত চিত্ৰৰ সমাবেশেৰে সুন্দৰ সুন্দৰ একাংকী ৰচনা কৰিছে। ভাসীৰ 'কুটুম্বৰীতম' (এখণ্ড ঘৰ) আৰু চেৰুকাঁড়ুৰ 'মূলকূট্টম' (এচুবুৰী ঘৰ) আদি একাঙ্ক নাটকসমূহে স্পষ্ট কৰি দিয়ে যে সামাজিক আৰু আৰ্থিক পৰিবৰ্ত্তনৰ মাজেৰে উত্তৰাধিকাৰ ক্ৰমৰ যি পৰিবৰ্ত্তন সি হৈছে ভয়, নিষ্ঠুৰতা, আত্মকলহ আৰু বিভেদৰ কাহিনী। কোনো কোনো নাট্যকাৰে চিৰকাল কষ্ট ভোগি থকা মধ্যবিত্ত শ্ৰেণীৰ কৃষকৰ জীৱন্ত ছবি কিছুমান ডাঙি ধৰিছে।

মলয়ালম ভাষাত কিছুমান পূৰ্ণাঙ্গ আৰু একাংকী নাটক আছে যিবিলাকত মানৱ-সম্পৰ্কসমূহৰ মূল্য ডাঙি ধৰা হৈছে। এই শ্ৰেণী নাট্যকাৰে বাস্তৱধৰ্ম্মী সংকেতৰ মাজেৰে জীৱনৰ চিত্ৰাঙ্কন কৰি আবৰণৰ মাজত লুকাই থকা সত্যবোৰ অনাবৃত কৰি তোলে। ইবচেনৰ অনুকৰণত এন কৃষ্ণ পিল্লায়ে যিবোৰ নাটক ৰচিছে সেইবোৰ উপৰোক্ত কথাষাৰৰে উদাহৰণ। এই নাটকসমূহৰ মূল ভাব হ'ল, স্নেহবন্ধন আৰু বাহ্যিক আত্মীয় সম্বন্ধ ঘোৰ স্বাৰ্থপৰতাৰ সৈতে জড়িত হৈ থাকে। কৃষ্ণ পিল্লাইৰ 'ভটৰুঁ অটিয়ৰয়ু' (বন্ধন আৰু পৰাজয়) সেই ভাবধাৰাৰ ভেটিতে ৰচিত একাংকী নাট্যশিল্প।

কোনো কোনো নাট্যকাৰে বিশেষ পৰিস্থিতি আৰু ঘটনাৰ পৰিপ্ৰেক্ষিতত ব্যক্তিৰ বিভিন্ন মনোভাবক উপস্থাপিত কৰিছে। উদাহৰণ স্বৰূপে কে. টি. মুহম্মদৰ এখন নাটক, 'টেক্সী'। মূলতে এইখন এখন অনাতাঁৰ নাটক, গতিকে ইয়াত সেইখনৰ বিষয়ে বহলাই কোৱা উচিত নহ'ব। তথাপি উল্লেখযোগ্য, চলমান এখন টেক্সীক কেন্দ্ৰ কৰি ঘটনাসমূহ আৰু তাৰ লগত জড়িত টেক্সী ড্ৰাইভাৰৰ অতীতে সেই নাটকক অত্যন্ত আবেগ-সঞ্চাৰিত এটি শিল্প সৃষ্টিত পৰিণত কৰিছে। এই সংকলনত সন্নিলিত কে. টি. মুহম্মদৰ 'নাইট ট্ৰেনত' (ৰাতিৰ ৰেলগাড়ীত) অবৈধ সম্বন্ধৰ ফলত গৰ্ভধাৰণ কৰা চাকৰণী, তাৰ বাবে দায়ী মালিকৰ পুত্ৰ আৰু সেই ঘটনাৰ বাবে হোৱা মাক-বাপেকৰ মনৰ প্ৰতিক্ৰিয়া ইত্যাদি চৰিত্ৰ আৰু ঘটনাৰাজী উপস্থাপিত কৰিছে। ঘৰৰ চাকৰণীয়ে মালিকৰ যুবক পুত্ৰৰ সৈতে অবৈধ সম্পৰ্কৰ ফলত গৰ্ভধাৰণ কৰিলে। ধনগৌৰৱ, বংশমৰ্যাদা, অসহায়তা, নৈতিকতা এই সকলোবোৰৰ সংযোগৰ পৰিণামত কোনেও একো সিদ্ধান্তত উপনীত হ'ব নোৱাৰিলে। শেষত ঘটনাসমূহে যেন নিজেই নিজৰ নিয়ন্তা হৈ এক অপ্ৰতিৰোধ্য পৰিণামৰ ফালে অগ্ৰসৰ হৈছে, আৰু মুহম্মদে তাৰেই ছবি হৃদয়স্পৰ্শী ভাবে ফুটাই তুলিছে। এনে ধৰণৰ মানসিক বিকাৰৰ বিশ্লেষণকাৰী নাটকে অপ্ৰত্যাশিত ঘটনাৰ দাপোনেৰে মানৱমনৰ অন্তৰ্ভাগ আৰু ব্যক্তিসম্পৰ্কৰ প্ৰকৃত ৰূপ ডাঙি ধৰে।

মানৱ অস্তিত্বৰ বিষয়ে চিন্তা কৰি দুখীত হোৱা জি. শঙ্কৰ পিল্লায়ে প্ৰতীকৰ ভাষাৰে কিছুমান নাটক ৰচনা কৰিছে। তেওঁৰ 'মনলতাৰিকল' (বালিকণা) নাটকত কোনো এক উচ্চ ঠাইৰ পৰা মানৱৰ ভাগ্য নিৰীক্ষণ কৰা হৈছে। প্ৰতীকসমূহে তেওঁৰ মহৎ তাত্ত্বিক চিত্ৰ ফলকৰ নাটকীয়তা সৃষ্টি কৰিছে। তাৰ উপৰি নাট্যকাৰে গীত আৰু গায়কসমূহৰ দ্বাৰা গ্ৰীক নাটকৰ দৰে আৰু কিছুমান সংকেতৰ ব্যৱহাৰ কৰিছে। কাব্যময় ধ্বনীযুক্ত সংলাপ এই নাটকৰ প্ৰতীকসমূহৰ আৰু এটি বৈশিষ্ট্য।

হাস্যৰসাত্মক নাটকে সকলো কালতে ব্যাপক জনপ্ৰিয়তা লাভ কৰে। মানৱৰ সমস্যাৰাজী প্ৰতিপাদন কৰা নাট্যবুৰঞ্জীত এই নাট্যধাৰাই এটি নতুন অধ্যায় ৰচনা কৰিছে আৰু মানৱ অস্তিত্বৰ বৈশিষ্ট্যৰ ওপৰত পোহৰ পেলাইছে। মানুহ নামৰ জীৱটোৰ বিষয়ে মনখুলি হাঁহিব আৰু হুহুঁৱাব পৰা হাস্যৰসিক নাট্যকাৰে হাঁহিৰ মাজেৰেই মানুহক চিন্তা কৰিবলৈ আৰু সেই চিন্তাৰ মাজেৰে কন্দুৱাবলৈ সমৰ্থ হয়।

মলয়ালম ৰঙ্গমঞ্চত লব্ধপ্ৰতিষ্ঠ কেবাজনো নাট্যকাৰে হাস্যৰস প্ৰধান একাঙ্কী নাটক ৰচনা কৰিছে। জগতী এন কে আচাৰী, আনন্দকুট্টন, বীৰ ৰাঘন নায়াৰ, তিক্কোডিয়ন, পি. কে. ৰাজ ৰাজৱৰ্ম্মা আদিৰ নাম এই প্ৰসঙ্গত উল্লেখযোগ্য। গহীন ভাষাত গহীন

হাস্যৰসযুক্ত কেখনমান বিশেষ একাঙ্ক নাটকৰ ৰচয়িতা কৈনিক্কৰা কুমাৰ পিল্লাই। এইজন নাট্যকাৰে আমাক প্ৰাণ খুলি খিলখিলাই হাঁহিবলৈ নিদিয়ে। মাত্ৰ মনৰ ভিতৰতে ৰস উপভোগ কৰি মিচিকিয়াই হাঁহিবলৈ দিয়ে। মলয়ালম ভাষাত তিনি প্ৰকাৰে নাটকসমূহ হাস্যৰসযুক্ত কৰা হৈছে। প্ৰথম, সংলাপেৰে ; দ্বিতীয়, ধেমেলীয়া চৰিত্ৰৰে ; আৰু তৃতীয় হাস্যৰসৰ উদ্ৰেক কৰিব পৰা কিছুমান অপ্ৰত্যাশিত ঘটনাৰ দ্বাৰা।

পুৰুষ আৰু নাৰীৰ ৰঙীন প্ৰেমৰ হতাশা আৰু বিষাদময় পৰিণতিক লৈও মলয়ালম ভাষাত নাট্যকাৰে নাটক ৰচনা কৰিছে। এই সংগ্ৰহত সংকলিত গোপীনাথ নায়াৰৰ 'কটত্তুকাৰণ্' ( নাৰৰীয়া ) এনে এখন নাটক। প্ৰেমৰ অগণিত দগ্ধ হৈ, জীৱনৰ জুই-অঙঠাৰ ওপৰেদি খোজ কাঢ়ি কাঢ়ি পুৰুষজন বাৰ্দ্ধক্যৰ পিনে আগবাঢ়ি গ'ল। প্ৰথম মুকুলিত প্ৰেমৰ সমভাগী হৈ নাৰীয়ে পিছত এক অবাঞ্ছিত সংসাৰত চিৰৰুগিণী হৈ প্ৰেমৰ বাবেই জীৱন আহুতি দিলে। আন এটি শোকাবহ প্ৰেমকাহিনী হ'ল ; চী এল জোচৰ 'নোম্পৰঙ্গল' ( বেদনাবোৰ ) নামৰ একাঙ্কী। নায়াৰৰ নাটকৰ সৈতে এই নাটকৰ এটা বিশেষ প্ৰভেদ পৰিলক্ষিত হয়। জোচৰ আন সকলোবোৰ নাটকৰ দৰেই ইয়াতো মানবৰ সদগুণৰ আলোক উদ্ভাসিত হৈছে। দৰাচলতে সমাজ আৰু মানৱমনৰ বিষয়ে গভীৰ অৰ্থবোধ দৃষ্টিৰাজী সমুখত ৰাখি জোচৰ নাটকবোৰক মানৱৰ সততা আৰু সুগুণৰ শক্তিশালী প্ৰকাশৰ বাবে এক ভিন্ন দৃষ্টিৰে চাব লাগিব। সামাজিক বিপ্লৱ নাইবা ক্ৰান্তি ৰচনাৰ কাৰণে এনে নাটক ৰচিত হোৱা নাই। এইবোৰ নাটকেও দৰ্শকক আকৰ্ষিত কৰি নাট্যাভিনয় জগতত সমাদৰ লাভ কৰিছে আৰু আৰ্থিক দিশতো লাভবান হৈছে।

মলয়ালম ভাষাৰ একাঙ্কী নাট্য বুৰঞ্জীৰ প্ৰতিনিধি সকলৰ অন্যতম কুট্টনাট্টু কে ৰামকৃষ্ণ পিল্লাইৰ এখনি একাঙ্ক নাটক 'মৰক্কুতিৰা' ( কাঠৰ ঘোৰা ) বিষয় বস্তুৰ পিনৰ পৰা নাটকত যথেষ্ট কৃত্ৰিমতা আছে। কিন্তু চৰিত্ৰায়নৰ পিনৰ পৰা চালে, মিল-মেনেজাৰ, পুলিচ অফিচাৰ আদি চৰিত্ৰবোৰ নিজ নিজ একোটা গোষ্ঠীৰ প্ৰকৃত প্ৰতিনিধি। কষ্টবুৰ চন্দন পিল্লাই প্ৰভৃতি কেইজনমান নাট্যকাৰে বিভিন্ন সম্প্ৰদায়ৰ প্ৰতিনিধিত্ব কৰা পাত্ৰ-পাত্ৰীৰ চৰিত্ৰ সৃষ্টি কৰি সেই সেই সম্প্ৰদায়ৰ বিষয়ে নাটক লিখিছে। মানুহৰ মনৰ কপটতা, সমাজৰ নানা দুৰ্ব্বলতা আৰু কেৰোণৰ বিষয়ে 'মৰক্কুতিৰাত' নাট্যকাৰে চোকা ভাষাৰে আক্ষেপ কৰিছে আৰু বাস্তৱমুখী প্ৰতিকাৰৰ পৰামৰ্শ আগবঢ়াইছে। তেওঁৰ আন এখন একাঙ্কী নাটক 'কল্যাণ দিনম'তো ( বিবাহদিবস ) একে দৃষ্টিভঙ্গী আৰু নাট্য সংকেত দেখা পোৱা যায়।

ওমচেৰীৰ দৰে কেজনমান নাট্যকাৰে ভিন্ন চৰিত্ৰ-চিত্ৰন আৰু নাটকৰ কিছুমান অস্বাভাবিক গতিৰ দ্বাৰা মানুহৰ অন্ধ বিশ্বাস আৰু সামাজিক অনুষ্ঠানবোৰৰ ৰহস্য পৰিহাসৰ মাজেৰে প্ৰদৰ্শিত কৰিছে। পৰিস্থিতিৰ কবলত বন্দী হোৱা মানুহে জীৱনৰ মৌলিক মূল্য সমূহৰ লগত মুখামুখি হওঁতে আন্তৰিক মানুহ আৰু বাহ্যিক মানুহে ইটোৱে সিটোক পৰাজিত কৰিবলৈ যি সংগ্ৰাম কৰে, তীক্ষ্ণ হাঁহিৰ দ্বাৰা ত্ৰাসজনক পৰিবেশত তাৰ চিত্ৰণ ওমচেৰীৰ প্ৰায় ভাগ নাটকতে দেখা পোৱা যায়। এই সংগ্ৰহত সংকলিত 'দৈবং ৱীণ্ডুন্তেট্ৰি ধৰি ক্ৰুন্ন্' (ঈশ্বৰৰ দ্বিতীয়বাৰ ভুল হয়) ওপৰোক্ত কথাষাৰৰ উদাহৰণ।

টিক্কোডিয়নৰ 'এংজাইটি নিউৰচিচ্' চৰিত্ৰ প্ৰধান এখন হাস্য-নাটক। এই সংকলনৰ অন্যবোৰ নাটকৰ তুলনাত এইখন নাটকৰ এক নিজস্ব বিশেষত্ব আছে। নাটকৰ নামটোৱে নাটকৰ বিষয়বস্তু সূচনা কৰিছে। এটা অতি ব্যক্তিগত ঘটনাৰ প্ৰভাবত ৰচিত এই নাটকৰ কাহিনী কঠোৰ মনঃক্ষোভ আৰু বেদনা জৰ্জ্জৰিত এটি চৰিত্ৰক কেন্দ্ৰ কৰি ৰূপায়িত হৈছে। শক্তিশালী পৰম্পৰাৰ ওচৰত দূৰ্ব্বল আধুনিকতাৰ অসহায়তাৰ চিত্ৰ ইয়াত অঙ্কিত হৈছে। বিল্ব-কলাকেন্দ্ৰ নামৰ পাৰিবাৰিক নাট্য গোষ্ঠীৰ অধ্যক্ষ, প্ৰসিদ্ধ নাট্য-প্ৰযোজক এন পি পিল্লায়ে তেওঁৰ প্ৰায় সকলোবোৰ নাটকতে সংকেতৰ বহুল প্ৰয়োগ কৰা দেখা যায়। এই সংকলনৰ অন্তৰ্গত 'শ্ৰীদেৱী' পিল্লাইৰ চুটি নাটকবোৰৰ অন্যতম। নাট্যকাৰে নিজেই আৰম্ভনিতে কৈছে যে ইয়াত এক্স্প্ৰেচনিষ্ট ৰীতি প্ৰয়োগ কৰা হৈছে। পতি আৰু পত্নী দুটি চৰিত্ৰই সমগ্ৰ পুৰুষ আৰু নাৰী জাতিৰ প্ৰতিনিধিত্ব কৰি দেখুৱাইছে। নাটকত নানান সম্ভাৱনাৰ সূচনা কৰা হৈছে। বিভিন্ন ৰূপে মঞ্চশৈলীৰ গুৰুত্ব দিয়া হৈছে। সংলাপৰ বিভিন্ন প্ৰণালী ব্যৱহাৰ কৰা হৈছে। এইবিলাকৰ পৰা বুজা যায় যে পিল্লাইয়ে সচেষ্ট ভাবে এক্সপ্ৰেচনিষ্ট ৰচনা শৈলীৰ প্ৰয়োগ কৰিছে। মলয়ালম ভাষাত এনে এক্সপ্ৰেচনিষ্ট নাটক যথেষ্ট নাই। জি শঙ্কৰ পিল্লাই আৰু দুজনমানে মাত্ৰ এই সংকেতৰীতিৰ প্ৰয়োগত মনযোগ দিছে।

সংখ্যাৰ পিনৰ পৰা মলয়ালম একাঙ্কী নাটক হয়তো বৰ চহকী নহয়। এতিয়ালৈকে মলয়ালম ভাষাত সাতশ পূৰ্ণাঙ্গ নাটক প্ৰকাশিত হৈছে। কিন্তু একাঙ্কী নাটকৰ সংগ্ৰহ সত্তৰখনতকৈ বেছি নহয়। সংখ্যাত কম হ'লেও একাঙ্কী নাটকখিনিয়ে মলয়ালম ভাষা-সাহিত্যৰ সৰ্ব্বোত্তম নাট্য প্ৰতিভাৰ প্ৰতিনিধিত্ব কৰে। তথাপি মলয়ালম একাঙ্কীৰ সংখ্য কম হোৱাৰ কাৰণটো বিচাৰ্য।

প্ৰথমেই এই নাট্যৰচনাৰ পটভূমি আৰু প্ৰেৰণাৰ উৎসৱ প্ৰতি দৃষ্টিপাত কৰো।

পাঠকৰ কথা মনত ৰাখিয়েই গল্প, উপন্যাস আৰু কবিতা ৰচনা কৰা হয়। কিন্তু নাটক লিখা হয় ৰঙ্গমঞ্চৰ বাবে। গতিকে নাটক ৰচনাৰ ক্ষেত্ৰত ৰঙ্গমঞ্চৰ প্ৰভাৱ এটা গুৰুত্বপূৰ্ণ সমল। নাট্যাভিনয় কৰোঁতাসকলৰ বেছি ভাগ লোকেই মঞ্চত অভিনয় কৰিবৰ কাৰণে দুই-তিনি ঘণ্টাত সম্পূৰ্ণ হোৱা নাটক বিচাৰে। বিদ্যালয় আদি দুই-এক অনুষ্ঠানৰ কৰ্ম্মকৰ্ত্তা সকলেহে তেওঁলোকৰ বাৰ্ষিক উৎসৱ আদিৰ বিচিত্ৰানুষ্ঠানত অন্তৰ্ভূক্ত কৰি অভিনয়োপযোগী আধা ঘণ্টীয়া নাটক বিচাৰে। গতিকে অভিনয় প্ৰয়োজনৰ চাহিদা নথকাৰ কাৰণেই একাঙ্কী নাটক ৰচনা যথেষ্ট সংখ্যক হৈ উঠা নাই।

যথেষ্ট সংখ্যক একাঙ্কী নাটক যে ৰচিত হোৱা নাই সেইটো জানিবৰ হ'লে আধুনিক প্ৰকাশনৰ তালিকাবোৰ চালেই হ'ল। চাৰি-পাঁচটা গল্প নাইবা দুই-তিনিখন চুটি উপন্যাসিকাৰ সংকলন প্ৰকাশ কৰা সমকালীন প্ৰকাশনবোৰত অতি কমেইহে একাঙ্কী নাটকৰ দৃষ্টিগোচৰ হয়। লঘু-পাঠ্য বিষয়বস্তুৰ প্ৰতি পাঠকৰ সততে স্পৃহা, ৰঙ্গমঞ্চ মাধ্যমৰ সীমাবদ্ধতা, ৰচনা প্ৰণালীৰ জটিলতা—এইবোৰ একাঙ্কী নাটক সমূহৰ ক্ৰমবৰ্দ্ধনত বাধা প্ৰদান কৰে। ৰচনাৰ জটিলতাৰ বিষয়ে কওঁতে এই কথা মনত ৰাখিব লাগিব যে, নাটক এনে এক কলাৰূপ, যি প্ৰতিভা আৰু শিল্প বৈদগ্ধৰ অত্যাধিক দাবি কৰে। বিশেষকৈ, একাঙ্কী নাটক, য'ত এক ক্ষুদ্ৰায়তন কেনভাচত কম পাত্ৰ-পাত্ৰী আৰু প্ৰকৰণ ব্যৱহাৰ কৰি শিল্প সৃষ্টি কৰিবলগীয়া হয়।

মলয়ালম ভাষাত যথেষ্ট সংখ্যক একাঙ্কী নাটক আছে বুলি কোৱা হৈছে যদিও এই সৰু সংকলনখনত অন্তৰ্ভূৰ্ক্ত কৰিবৰ কাৰণে কেইখনমান নাটক নিৰ্ব্বাচন কৰা কামটো বৰ কঠিন যেন লাগিছে। কাৰণ মোৰ সন্মুখত একাঙ্কী নাটকৰ সৰু জগত-খনত নাট্যলোকৰ প্ৰধান আৰু প্ৰতিভাশালী ভালে মানেই একেলগে শাৰী পাতি বিদ্যমান। সকলোকে সংকলনৰ নিৰ্দ্দিষ্ট আকাৰৰ ভিতৰত একেলগে সামৰি লোৱাৰ সুবিধা নহ'ল। সেইবাবেই মলয়ালম একাঙ্কী নাটক সমূহৰ বিষয়বস্তু আৰু ৰচনা-শৈলীৰ আধাৰত বিভাজন কৰি এই সংকলনটি প্ৰস্তুত কৰা হ'ল। লগতে নাট্য ক্ষেত্ৰত লাভ কৰা নাট্যকাৰসকলৰ প্ৰতিষ্ঠাৰ প্ৰতিও লক্ষ্য ৰখা হৈছে। কিয়নো, সূক্ষ্ম ভাবে নিৰীক্ষণ কৰিলে এই কথা স্পষ্ট হৈ পৰিব যে, একাঙ্কী নাটকৰ বুৰঞ্জী পূৰ্ণাঙ্গ নাটকৰ বুৰঞ্জীৰেই অংশ মাত্ৰ। এজন ভাল একাঙ্কী নাট্যকাৰ এজন ভাল পূৰ্ণাঙ্গ নাটকৰ নাট্যকাৰো হ'ব লাগিব।

কে. ৰাঘৱন পিল্লাই

# অনুক্ৰম

## পাত্ৰ

| | |
|---|---|
| মেনেজাৰ | ইন্সপেক্টৰ |
| মহৰী | স্ত্ৰী |
| পত্নী | দুটি শিশু |

সময় : আবেলি চাৰে চাৰি বজা।

স্থান : মিল মেনেজাৰৰ অফিচৰ ওপৰ মহলা। মেনেজাৰে ফাইল চাই আছে। এফালে ফাইল আৰু ফোন, আৰু আনপিনে চিগাৰেটৰ টিন, এচট্ৰে আদি পৰিস্কাৰকৈ ৰখা বস্তু কেটামানে মেনেজাৰৰ মৰ্য্যাদাৰ চিনাকী দিয়ে। মহৰী সোমাই আহে।

**মেনেজাৰ :** ( ফাইল এটা সমুখত লৈ ) তেন্তে মোক অপমান কৰাটোকে ইহঁতে ঠিৰাং কৰিছে। খোলাখুলিকৈ! হয়নে মহৰী ?

**মহৰী :** সিহঁতে বাটতে নমাই থৈ গুচি যাবগৈ বুলি মইতো ভবাই নাছিলো।

**মেনেজাৰ :** সি মোৰ মুখৰ আগতে আমাৰ নাৰিকল বেয়া বুলি কৈ দিলে। তাৰ মুখলৈকে নাৰিকলখিনি মাৰি পঠিয়াব লাগিছিল! আমাৰ মালিকে বাৰু আমাক কি ভাবিব ? অপমান—অপমান!

**মহৰী :** বাহিৰৰ মানুহে কোনোবাই জানিব লাগিলে আমাৰ মানসন্মান সকলো যাব। আপুনি তাৰ লগত ইমানকৈ কথাবতৰা হ'বই নালাগিছিল। এতিয়া বাৰু মানুহে আমাক ব্যৱসায়ত প্ৰবঞ্চনা কৰা বুলি নাভাবিব জানো ?

**মেনেজাৰ :** এবাৰ লোৱা পইচা ঘূৰাই দিয়া নহয় বুলি কৈ দিলেই হ'লহেঁতেন। সেই কেটা পইচা! তাৰ বাবে খেৰকুটা!

**মহৰী :** অহঙ্কাৰ। মাজনিশাহে তাৰ আচল ৰূপ! গুণ্ডা, বদমাচ! নাই আপোনাৰ এনে হোৱাই উচিত। মাত্ৰ পাচ টকা দৰ্ম্মহাত আপোনাৰ মিলত সি কাম কৰিছিল নহয় ?

**মেনেজাৰ :** সেইটো আমাৰ বাবে গৌৰৱৰে কথা।

**মহৰী :** মূৰ পাহৰি তেল সানিলে কি হ'ব! আমাৰ এইবোৰ একো ভাল কথা হোৱা নাই।

**মেনেজাৰ :** সি আজি চহৰৰ এজন বিখ্যাত ব্যৱসায়ী। সকলো ঠাইতে তাৰ নাম। তেন্তে···

**মহৰী :** সেইবাবেই তাৰ আজি যি ইচ্ছা তাকে কৰাৰ অধিকাৰ! ঠিক আছে, এবাৰ কিনি লোৱা বস্তু পেলাই থৈ গৈছে—

**মেনেজাৰ :** এৰা—সেইখিনি শুকান নাৰিকল! কোনে ক'ব পাৰে আমাৰ নাৰিকল নহয় বুলি।

**মহৰী :** কিমান বস্তানো। ক'ৰ ক'ৰ পৰা কিনা হৈছে নাৱতে গম পোৱা যাব। আৰু আনবোৰ আমাৰ বুলি কি প্ৰমাণ আছে? সাহস লাগে, সাহস!

**মেনেজাৰ :** কূট-কৌশল কৰাৰ সাহস! নালাগে, নালাগে। নিজৰ লৰাৰ দৰে মই তাক স্নেহ কৰিছিলো নহয়। মই তাৰ···

**মহৰী :** তাৰ কিন্তু সেইবোৰ চিন্তা নাই। আজি আমাৰ লগত দন্তালি···। মই এটা উপায় ভাবি পাইছো। ইন্সপেক্টৰক কথাটো জনালেই হ'ব। তাৰ হাড় গুৰি হৈ যাব। তাৰ পিছত দেখা যাব তাৰ মিল, সদাগৰী মটৰকাৰ, ক'ত থাকে! শুনিছে হজুৰ।

**মেনেজাৰ :** ইন্সপেক্টৰ! বাদ দিয়া। তোমাৰ যি মন যায় কৈ থাকা। তাক। হোঁহ্—বাদ দিয়া।

**মহৰী :** নহয় বুজিছে। ভগবান আছে, ওপৰৰ পৰা সকলো দেখি আছে। নিমখ খালে, পানী নোখোৱাকৈ থাকিব নোৱাৰে। ওঁ—ইন্সপেক্টৰ···

**মেনেজাৰ :** শুনা মহৰী তেওঁকনো আৰু কিমান দি থাকিবা? মোৰ বাবে আৰু সেইটো বোজা ডাঙিব নোৱাৰা হৈ আহিছে। যোৱা দেওবাৰে কিমান দিয়া হ'ল জানানে?

**মহৰী :** চাৰিশ পয়সওৰ। কি কৰিম! মিলৰ শ্ৰমিক আন্দোলন তেওঁৱেই অকলে দমালে। তেওঁ অকলেই যথেষ্ট। টুপিৱালাৰ জানো কিবা শকতি আছে? এতিয়া তেওঁৰেই আকৌ বক্তৃতাৰ কোব কি চাবা!

**মেনেজাৰ :** এইবোৰ আৰু আমি কিমান দিন যে সহি থাকিব লাগিব! পিছে আকৌ সেই কিটাকো দিব লাগিব নহয়?

**মহৰী :** বিচৰাখিনি সকলো দিয়াই হৈছে দেখোন।

**মেনেজাৰ :** আজি পুৱাই ইয়ালৈ আহিছিল। পিছত ফোনো কৰিছিল।

**মহৰী :** কিবা জঞ্জাল আকৌ···

**মেনেজাৰ :** ছয় বজাত তিনিশ টকা পাবই লাগিব বুলি ক'লে। মই নোৱাৰো বুলিনো কেনেকৈ কওঁ!

**মহৰী :** ঠিক আছে। ধান বেচিবলৈ অনুমতি দিলেনে নাই?

**মেনেজাৰ :** অনুমতিয়েই নহয়, তিনিটা পুলিচৰ মানুহো লগত দিছে।

**মহৰী :** অলপ বেছি খৰছ হ'ব। যদি তেওঁ নিজে আহে তেন্তে···

**মেনেজাৰ :** পুলিচ নপঠালে তেওঁ নিশ্চয় আহিব।

**মহৰী :** হুঁ, আহক, আৰু পঞ্চাচ টকা সাজু ৰাখিম।

**মেনেজাৰ :** আকৌ কিয় ?

**মহৰী :** সেইবোৰ এই মহৰীয়ে ক'ব।

**মেনেজাৰ :** কোৱাচোন বাৰু।

**মহৰী :** দৰকাৰ আছে। পাচশ বিচাৰে যদি আৰু পঞ্চাছ হাতত ৰাখি থোৱা উচিত। এটা কথা আছে।

**মেনেজাৰ :** তথাপি এতিয়ালৈকে দিয়াখিনিয়েই যথেষ্ট হৈছে।

**মহৰী :** সময় আহিলে দৌৰি গৈ থিয় হ'ব লাগিব।

**মেনেজাৰ :** আনটো কাম সম্পূৰ্ণ হ'লনে ?

**মহৰী :** কি ক'ম চাহাব ! তাই পূৰা দুশই লাগিব বুলি জেদ ধৰি আছে। নহলে হেনো ইয়ালৈকে খুজিবলৈ আহিব।

**মেনেজাৰ :** সৰ্ব্বনাশ ! এই অফিচলৈকে আহিব ? টকা এশ পালেই তাই আঁতৰি যাব বুলি তোমাক কথা দিয়া নাছিল জানো ?

**মহৰী :** বেশ্যা তিৰোতা এক কথাৰ মানুহ জানো ! হাতত সেউজীয়া নোট এখন পাৰিলেই তৎক্ষণাত মেজাজ সলনি হৈ যায়। ইন্সপেক্টৰৰ বাহিৰে এতিয়া আমাৰ আৰু কাৰো ওপৰত ভৰষা নাই।

**মেনেজাৰ :** তেখেতে নজনা নহয়। এইবোৰ লাজ লগা কথা, কিন্তু নকৈও নোৱাৰি। ইয়ালৈ আহিও ভয় দেখুৱাবনেকি বাৰু ?

**মহৰী :** ইমান সাহ আছেনে ? নাই। কিন্তু যিকোনো কাম কৰাৰ পৰা পাছ হোঁহোকা তিৰোতা তাই নহয়।

**মেনেজাৰ :** আমাৰ মিলৰ মজদুৰৰ মাজতো আলোচনাৰ বিষয় হৈ পৰিল কথাটো।

**মহৰী :** সকলোবোৰ তল পেলাব পৰা গ'লহেঁতেন, হজুৰ, কিন্তু সেই যে এটা আছে, হুবহু আপোনাৰ দৰেই ! আজি পুৱাই দেখিছো মই—

**মেনেজাৰ :** মই সেইটোলৈও ভয় নকৰিলোহেঁতেন, কিন্তু আমাৰ মোহন আৰু তাৰ মাকে এইবোৰ জানি যায় বুলিহে ! মই নথকা অৱস্থাত মাক পুতেক দুয়ো আহি ঘৰত সোমাইহি বুলিহে। মোহনৰ মাকে কি ভাবিব বাৰু ?

**মহৰী :** সেইবোৰ ভাবি ভয় নাখাব। মই সকলো দায়িত্ব লৈছো। আৰু আমাৰ তেখেত আছে নহয় ! গোৰ মাৰি কাকাল ভাঙি দিব লাগে। দুশ টকা ! তাই চাগৈ পইচা আপোনা আপুনিয়েই হয় বুলি ভাবে ! যিহওক, শুনক হজুৰ, তাই এতিয়া যিহকে খোজে আপোনাৰ অসুবিধা হলেও দি দিয়ক।

**মেনেজাৰ :** গোটেইখিনি··· ! কেনেকৈ ?···এইবোৰ কোনো যুক্তিৰ কথা নহয়

দেই। বৰ অন্যায়। মানুহজনীৰ বৰ বেছি লোভ হৈছে। যিহওক, অপমানত যেন নপৰোঁ!…অ' পাঁচ বাজিবৰ হ'লেই। কাৰখন ষ্টেচনলৈ গ'লনে বাৰু?

**মহৰী :** সেইবোৰ ব্যৱস্থা হৈ আছে। চোৱা পাচত ট্ৰেন আহিব। আইদেউ আৰু পুতেক এই ফালেদিয়েই যাবহি।

**মেনেজাৰ :** মই ভাবিছিলো, এই ফাইল-চাইল বোৰৰ কাম শেষ কৰি মই নিজেই ষ্টেচনলৈ যাম। কিন্তু এতিয়া অসম্ভৱ—

**মহৰী :** বছৰ শেষ হ'বৰ হ'ল। লৰাটোৰ কাৰণে কাঠৰ ঘোৰা এটা লাগে বুলি সদায় কৈ আছিল। আজি অনাম বুলি ভাবিছো। কাঠৰ বেপাৰী এটাক কোৱা আছিল। দুটা আছে বোলে। চাপৰাচীক কৈছো দুইটাকে এতিয়াই লৈ আনিবলৈ। কি কয়?

**মেনেজাৰ :** অনোৱা, মেয়ো কিনিম। আৰু কিবা পুতলা আছে যদি—(ফোনৰ শব্দ হয়। ৰিচিভাৰ উঠাই কয়) য়েচ্ য়েচ্। মেনেজাৰ স্পিকিং কোন? য়েচ্—হেল্লো, ইন্সপেক্টৰ চাহাব, য়েচ্ ভেৰী গুড্, য়েচ্। আহক। ৰাইফ আৰু লৰাটো আহি আছে, য়েচ্। পাঁচ বজাৰ ট্ৰেনত। ইভিনিঙতে, য়েচ্। আপোনাৰ যেনে ইচ্ছা। ৰাতিপুৱা কোৱা কথা? য়েচ্ ৰেডী। য়েচ্—থেঙ্ক ইউ।

**মহৰী :** ইন্সপেক্টৰ চাহাবে কৈছিল যেন লাগিল। ইয়ালৈ আহিবনেকি?

**মেনেজাৰ :** আহিব—ইয়ালৈকে আহিব।

**মহৰী :** ৰাতিপুৱাৰ ঘটনা! হজুৰ তেওঁক অসন্তুষ্ট কৰাটো উচিত নহ'ব। অপমানৰ পৰা হাত সাৰিব লাগিব।

**মেনেজাৰ :** জহন্নামে যাওক! তুমি বঙলালৈ যোৱা। সকলো ব্যৱস্থা ঠিক আছেনে নাই চোৱাগৈ! চাকৰবোৰো আটাইবোৰ ডকাইত।

**মহৰী :** আপুনি একোকে নক'ব। আইদেউ আহি নিজেই চোৱাচিতা কৰিব। লৰাৰ কাৰণে মই এখন দোলনাও কৰাই আনি থোৱাইছো।

**মেনেজাৰ :** এতিয়ালৈকে একো ভয় নাছিল। এতিয়া…এইবোৰ…কি কৰোঁ। পৰা হলে সিজনীক তাইৰ—

**মহৰী :** ঠিকেই, গাৱঁলৈকে পঠাই দিব পাৰি। আমাৰ ৱাৰ্ডত এতিয়া থকা ঠিক নহ'ব। তাই ইচ্ছা কৰিলে, আজি ৰাতিৰ নাৱতে সিহঁতক পঠাই দিম। পোনে পোনেই। আজি দিয়া টকাৰ লগতে, হজুৰ, আৰু এশ টকা—

**মেনেজাৰ :** এইবোৰ ভাল অশান্তি! তুমি—

(চাপৰাচী প্ৰবেশ কৰে। কান্ধত লৰাছোৱালীয়ে খেলা দুটা কাঠৰ ঘোৰা)

**মহৰী :** দুইটা আনিছ ? তেন্তে মই ৰঙলাৰ ফালে···

**মেনেজাৰ :** মই পাঁচ বজাত উঠিম। তেওঁলোক পোনে পোনেই ইয়ালৈকে আহিব নহয় ?

**মহৰী :** বাপেকক চাবলৈ লৰাৰ বৰ জেদ !

**মেনেজাৰ :** হ'ব বাৰু, তুমি বঙলালৈকে যোৱা —

**মহৰী :** ( ৰৈ থাকি ) ঘৰৰ পৰা—

**মেনেজাৰ :** আৰু কি কি লাগিব, আগেয়েই ক'ব লাগিছিল নহয়—

**মহৰী :** পচি—

**মেনেজাৰ :** পচিশ ! হোহ্ ! লৰা আহিলে পঠাই দিবা। লোৱা ( টকা উলিয়াই দিয়ে )

( মহৰী সন্তুষ্ট হৈ নমস্কাৰ কৰি যায়গৈ )

**মেনেজাৰ :** হেৰ গাধ, এইবোৰ কান্ধত লৈ এতিয়াও থিয় হৈ আছ ?

**চাপৰাচী :** হয় হজুৰ।

**মেনেজাৰ :** সৌফালে থৈ দে, বুৰ্ব্বক। এইবোৰ ইয়ালৈ আনিবলৈ কি হে পাইছে ? বঙলালৈ লৈ যোৱা হ'লে নহ'লহেতেন !

**চাপৰাচী :** ( ঘোৰা কেটা নমাই থৈ ) হজুৰ

**মেনেজাৰ :** কথা নকবি। সৌ ফালে ঠেলি থৈ দে।

( চাপৰাচীয়ে কাঠৰ ঘোৰা দুটা অফিচাৰ একাষত থৈ দিয়ে )

**মেনেজাৰ :** হেৰ বিল ক'ত ?

**চাপৰাচী :** নাই দিয়া হজুৰ

**মেনেজাৰ :** হুঁ—যা বাৰু।

( কাৰৰ হৰ্ন শুনা যায় )

**মেনেজাৰ :** গাড়ী আহিলেই। চাচোন—

**চাপৰাচী :** ( খিৰিকীৰ কাষলৈ গৈ চায় ) হয় হজুৰ ( ওলাই যায় )

**মেনেজাৰ :** ইমান সোনকালেই আহি পালেহি !

( চিগাৰেট এটা উলিয়াই জ্বলায় আৰু সমুখৰ ফাইল ঠিক কৰে। আন এটা চাপৰাচী সোমাই আহে )

**মেনেজাৰ :** তেওঁলোক আহিল নহয় ? লৰাটোক ইয়ালৈকে লৈ আহ।

**চাপৰাচী :** হয় হজুৰ ( ওলাই যায় )

( জাকজমক সাজ পাৰেৰে এগৰাকী মহিলা আৰু তেওঁৰ কোলাত উঠি এটা

লৰা শিশু সোমাই চিৰিয়েদি উঠি আহে। লৰাটো আৰু মহিলা গৰাকীক দেখি মেনেজাৰৰ মুখ শেতা পৰি যায়। তেওঁ নিৰ্ব্বাক ভাবে থিয় হৈ ৰয়। মহিলা গৰাকীয়ে যেন সাহসেৰে আগবাঢ়ে। লৰাটোৱে দূৰত কাঠৰ ঘোৰা দেখি কোলাৰ পৰা নামিবলৈ উত্‌ৰাৱল হয়। তিৰোতাজনীয় লৰাটোক কোলাৰ পৰা নমাই দিয়ে )

**তিৰোতা :** অম্পু। এই পিনে চা, চাচোন এয়া কোন ?

**লৰা :** কাঠৰ ঘোৰা। মা—উঁ···

( সি কাঠৰ ঘোৰাটোৰ পিনে যায় )

**তিৰোতা :** আপুনি বহক

( মেনেজাৰে ক'ব নোৱাৰাকৈয়ে বহি পৰে )

**তিৰোতা :** মই অলপ সময় ইয়াতে বহিছো।

**মেনেজাৰ :** হুঁ। ( হুমুনিয়াহ কাঢ়ে )

**তিৰোতা :** মই জানেঁা, আপুনি মোলৈ বৈ থকা নাছিল—

**মেনেজাৰ :** তুমি মোৰ অপমান কৰিছা

**তিৰোতা :** নাই কৰা

**মেনেজাৰ :** তুমি ইয়ালৈ আকৌ কিয় আহিছা ?

**তিৰোতা :** ব্যৱসায়ৰ বাবে—

**মেনেজাৰ :** পৰিহাস নকৰিবা—

**তিৰোতা :** সৰু এটা হিচাব পৰিষ্কাৰ কৰিবলৈ।

**মেনেজাৰ :** মই ৰাতি পুৱাই পঠাই দিছিলোঁ, তুমি যিমান বিচাৰিছিলা

**তিৰোতা :** বিশ টকাহে ? আজি অলপ বেছি বিচাৰিছিলো

**মেনেজাৰ :** এশ টকা—! তুমি মোক অপমানিত নকৰিবা

**তিৰোতা :** মই নো আপোনাক কি অপমান কৰিলোঁ ? বিশ টকাৰে, মই মোৰ লৰাটো···

**মেনেজাৰ :** সি চাগৈ চুৰ কাৰিলে। মোক বিশ্বাস কৰা, মই পূৰা এশ টকা পঠাইছিলো। সেয়েই নহয় যদি আৰু পঠাই দিম।

**তিৰোতা :** মই আপোনাক দেখা নকৰাকৈয়ে থাকিবলৈ বিচাৰিছিলো। আপোনাক আৰু কেতিয়াও আমনি নকৰোঁ বুলিয়েই ঠিক কৰিছিলো। কিন্তু আপুনি······

**মেনেজাৰ :** মই কি কৰিলো ? এতিয়ালৈকে যেতিয়াই যিমান বিচাৰিছা মই দিছো। তথাপি তুমি···

**তিৰোতা :** যিটো বিচৰা নাই সেইটোও আপুনি দিছে

**মেনেজাৰ :** যিটো নাই বিচৰা সেইটোও, মানে ?

**তিৰোতা :** এৰা নিবিচৰাটোও দিছে। সেই কাৰণেই মই আপোনাৰ পৰা আঁতৰি যাব পৰা নাই। সেই কাৰণেই আপোনাৰ প্ৰতি মোৰ ভালপোৱা এতিয়াও আছে।

**মেনেজাৰ :** তুমি ইচ্ছা কৰি মোক অপমান কৰিব খুজিছা

**তিৰোতা :** আপুনি ভুল বুজিছে। কিন্তু এতিয়া আপুনি আৰু অলপ দয়ালু নহলে নচলিব। মই জানো আপুনি মোক ভাল পোৱা নাছিল। কিন্তু আপনাক মই ভাল পাবলৈ বাধ্য হৈ পৰিলো। মোৰ লৰাটো—

**মেনেজাৰ :** তুমি এতিয়া যোৱা। ইয়াৰ পৰা গুচি যোৱা।

**তিৰোতা :** যাম। মই যাম। কিন্তু মই জীয়াই থাকিবলৈ প্ৰয়োজনীয় খৰছ আপোনাৰ পৰা নোলোৱালৈ নাযাওঁ।

**মেনেজাৰ :** যোৱা ইয়াৰ পৰা। এতিয়া মই একো দিব নোৱাৰো। যি দিবলগীয়া আছিল সেয়া দিয়া হৈ গৈছে।

**তিৰোতা :** আৰু অলপ—। আপোনাক মনত পেলাই দিওঁ। এবাৰ আপুনি টান বেমাৰত পৰিছিল। তেতিয়া আপোনাক মোৰ সেৱা শুশ্ৰুষাৰ প্ৰয়োজন হৈছিল। মই তেতিয়া ইমান দৰিদ্ৰ নাছিলো। আপোনাৰ বাবে মই সকলোখিনি ত্যাগ কৰিছিলো—

**মেনেজাৰ :** একেবোৰ কথাকে আৰু কিমান দিন শুনিব লাগিব ?

**তিৰোতা :** সদায় শুনিব নালাগে, কিন্তু সদায় মনত ৰাখিব লাগিব। মই অকলে হোৱা হলে—

**মেনেজাৰ :** মোৰ লগত তৰ্ক কৰিবৰ কাৰণে তুমি সাজু হৈ আহিছা, নহয় ? আৰু ইয়ালৈকে—

**তিৰোতা :** আপোনাৰ বঙলালৈ মই যোৱা উচিত নহয়। এজন ভদ্ৰলোকৰ শান্তিপূৰ্ণ জীৱনত অশান্তিৰ সৃষ্টি কৰিব খোজা নাই। এই দেশত মানুহৰ জীৱনৰ অনেক বাট আছে। 'দয়ালু' লোকো বহুত আছে। কিন্তু কেৱল মোৰ বাবহে। মোক অকলেহে তেওঁলোকে আশ্ৰয় দিব। লৰাটোৰ সৈতে নহয়। আৰু মোৰ

বেমাৰ যদি এই ধৰণে বাঢ়ি গৈ থাকে কোনোবা হাস্পটালৰ বাৰান্দাতো হয়তো মই পৰি থাকিব পাৰিম, আশ্ৰয় পাম। কিন্তু—

**মেনেজাৰ :** তোমাক আৰু মই এই অফিচত এনেকৈ ৰৈ থাকিবলৈ দিব নোৱাৰো। ( ঘড়ীত পাঁচ বাজে ) তুমি যোৱা ইয়াৰ পৰা

**তিৰোতা :** নিজৰ সন্মান ৰক্ষা কৰিবলৈ গৈ আপুনি মোক—এগৰাকী তিৰোতাক এতিয়া এনেদৰে খেদি পঠাব খুজিছে। মই আপোনাৰ কথাত ভোল গলো কিন্তু এই বোজাৰ ভাগ আপুনি ল'বই লাগিব।

( লৰাটো দৌৰি তিৰোতাৰ ওচৰলৈ আহে )

**লৰা :** মা—ঘোৰাটো নদৌৰে,—মা ঘোৰাটো দৌৰি নাযায়—

**মেনেজাৰ :** উস্. হেৰা তুমি এতিয়া যোৱা—

**লৰা :** মা—দৌৰিবলৈ কোৱাচোন ঘোৰাটোক দৌৰিবলৈ কোৱা

( লৰাটো আকৌ দৌৰি আঁতৰি যায় )

**তিৰোতা :** হে ঈশ্বৰ, মই জীয়াই থাকিবই লাগিব। কিছু দিনৰ বাবে হলেও। হয়তো জীয়াই থকাৰ অধিকাৰ নাই, কিন্তু প্ৰয়োজন আছে। চোৰাং কাৰবাৰে আপোনাক চহকী কৰিলে। আৰু মই এজনী মা হ'লো।

**মেনেজাৰ :** মনত ৰাখিবা, এইটো এটা অফিচ।

**তিৰোতা :** সেই কথা মই নজনা নহয়। কু পথত চলিত আপুনি এজন সন্মানীয় ব্যক্তি। মই এজনী মাত্ৰ নাৰী, সামান্য নাৰী। মই যেতিয়া এজনী কম বয়সৰ ছোৱালী আছিলো তেতিয়া······বাৰু যাওক সেইবোৰ। মোক এতিয়া প্ৰয়োজন নাই, আপোনাৰ মহৰীয়ে···

**মেনেজাৰ :** ( ফোনটো তুলি ) হেল্ল—হেল্ল—টু ৱান থ্ৰি ইয়েচ. পুলিচ ষ্টেচন।

**তিৰোতা :** পুলিচৰ লগত আপোনাৰ বন্ধুত্বৰ কথা মই জানো। কিন্তু ভয় খাই পলাই যাবলৈ মই অহা নাই। প্ৰথম দহ মাহ জোৰা অপমান আৰু মনোবেদনা। তাৰ পিছত যোৱা দুবছৰ ধৰি লৰাটিৰ লালন-পালনৰ জঞ্জাল। ওঁহো, মই আৰু ভয় নকৰো।

**মেনেজাৰ :** তুমি! ( টেলিফোনত সিপিনৰ পৰা যেন কাৰোবাৰ মাত শুনি ) য়েচ, ইন্সপেক্টৰ? অ' হয় নেকি? ইয়ালৈকে আহি আছে? ভেৰী গুড্, থেঙ্কচ্ ( ফোনটো থৈ দিয়ে ) চোৱা, তুমি এজনী বেশ্যা। ইয়াৰ পৰা সোনকালে যাবানে নোযোৱা। নোযোৱা যদি—

**তিৰোতা :** আপুনি মোৰ হিচাবটো থিক মতে নিস্পত্তি কৰি দিয়ক আৰু কথা

নাই। চাওক, আপোনাক বৰ বিচলিত হৈ পৰা যেন লাগিছে। আপোনাক এনে অসুবিধাত পেলোৱাৰ মোৰ ইচ্ছাও নাছিল। এনে দিনো আছিল, যেতিয়া মই আপোনাৰ ওচৰত আৰু বহুত সময় ধৰি থাকিলেও আপুনি সন্তুষ্ট নহৈছিল। মই যেন অনবৰত আপোনাৰ ওচৰতে থাকিব লাগে। এতিয়া আপোনাক সেই সন্তুষ্টি দিয়াৰ আচল অধিকাৰিণী আহিছে। এতিয়াৰ পৰা আকৌ তেওঁৰেই হৈ পৰক।

**মেনেজাৰ :** মই তেন্তে চাপৰাচীক মাতোঁ ?

**ভিৰোতা :** চাকৰৰ সহায় নোহোৱাকৈয়ে মই যামগৈ। কিন্তু···

(চিৰিয়েদি ইন্সপেক্টৰ উঠি আহে)

**মেনেজাৰ :** তুমি যদি নোযোৱা—

**ভিৰোতা :** ক্ষমতাৰ জোৰ আছে যেতিয়া। হুঁহ্ (উঠে)

**মেনেজাৰ :** হেল্ল, প্লিজ চিট ডাউন। দিচ্ নেষ্টি ৱ'মেন—

**ইন্সপেক্টৰ :** (বহে) বাৰু বাৰু—

**মেনেজাৰ :** এই মানুহজনী—

**ইন্সপেক্টৰ :** কোননো—এওঁ ?

**ভিৰোতা :** এই সময়ত আপুনি চিনি নাপাব—

**ইন্সপেক্টৰ :** চাট্ আপ, ইউ ফুল্—

**ভিৰোতা :** ইংৰাজী নাজিনিলেও, বুজিছো এইটো বৰ মধুৰ আদেশ নহয় !

**মেনেজাৰ :** তুমি ৰ'বা। আপোনাক কথাটো যে কৈছিলো, কিবা এটা মিলামিচা কৰি দিয়াৰ কথা। আপুনিয়েই বিচাৰ কৰি দিয়ক। সেই মানুহটো বৰ জেদী। তথাপি পাচশ পঞ্চাশ টকাত আপুনিয়েই মামলাটো চিঙি দিয়ক। মই টকাখিনি থৈয়েই দিছো। এয়া লওক।

**ইন্সপেক্টৰ :** ঠিক আছে। পিছে এই মানুহজনীক এই চহৰৰ পৰা আঁতৰাই পঠোৱাৰ পিছতহে আন কিবা কাম হ'ব।

**ভিৰোতা :** মই সকলো কথা মানি ল'বলৈ সাজু আছো। মই কাৰো সুখৰ পথত কটা হ'ব খোজা নাই। আৰু আপুনিও মোক চিনি নোপোৱা নহয়।

**ইন্সপেক্টৰ :** আজি ৰাতিৰ নাৱতে ইয়াৰ পৰা যাব লাগিব।

**ভিৰোতা :** হোঁহ্ নীতিৰক্ষা ! মোৰ বাবে একো আচৰিত কথা নহয়।

**ইন্সপেক্টৰ :** মই তোমাক লক আপলৈও পঠাব পাৰো, বুজিছা ?

**ভিৰোতা :** আপোনালোকৰ তেনে ৰক্ষণাবেক্ষণলৈ মই কিন্তু সঁচাই ভয় কৰো।

**ইন্সপেক্টৰ :** বাৰু, কোনো চিন্তা নাই। মই তোমাক লৈ যাম। মেনেজাৰ, আৰু দুশ টকা দিয়ক। প্ৰয়োজন হ'ব। তাৰে বাকী থাকে যদি মহৰীয়ে ঘূৰাই আনিব। এই বন্ধন চিণ্ডি পেলোৱাই ভাল। কি কয় ?

**মেনেজাৰ :** ( চিন্তা কৰি ) সাতশ পঞ্চাশ— ?

**ইন্সপেক্টৰ :** মই এনেয়েক খৰচ নকৰো, এনেয়ে কাকো দিয়া মানুহ মই নহয়। তাতে আপুনি মই একে সমাজৰে। তাই হ'ল অন্য জাতিৰ···

( মেনেজাৰে নোট গণি দিয়ে )

ওঁ, সাতশ পঞ্চাশ। ( টকা জেপত লৈ ) নালাগিলে মহৰীৰ হাতত ঘূৰাই পঠাম। মই তাতে···

**তিৰোতা :** মহৰী—

( চাপৰাচী সোমাই আহে )

**চাপৰাচী :** হজুৰ, আইদেউ আৰু লৰাটি···

**ইন্সপেক্টৰ :** আহি পালেহি ?···

**তিৰোতা :** তেন্তে···

**ইন্সপেক্টৰ :** তুমি থানালৈ ব'লা। মোৰ গাড়ী——

**তিৰোতা :** নালাগে। আজিৰ বাবে মোৰ লগতো এখন কাৰ আছে।

( তিৰোতাগৰাকী উঠে। এনেতে মেনেজাৰৰ পত্নী আৰু লৰা সোমাই আহে। মেনেজাৰে লৰাটো লবলৈ আগবাঢ়ে। )

**ইন্সপেক্টৰ :** মিচেচ্ অম্মা আপুনি আহিল ? পিছে দেখোন ক্ষীণাইছে। বহক। আমি অলপ আহোঁগৈ—

**মেনেজাৰ :** চাহৰ সময়ত বঙলালৈ আহিব। ( পত্নীৰ ফালে চাই ) ইয়ালৈকে পোনেই আহিলা ?

**তিৰোতা :** তেন্তে মই এতিয়া—

**ইন্সপেক্টৰ :** আগবাঢ়া—

( দুয়ো চিৰিয়েদি নামে )

**লৰা :** দেউতা—কাঠৰ ঘোৰা ?

**পত্নী :** সোনটো আহ, তোৰ এটা ককায়েৰো আছে নহয়। সৌৱা। তাত দুটা ঘোৰা আছে।

**লৰা :** দেউতা ভালে ই হৈছে—

( লৰাটি দৌৰি ঘোৰাৰ ওচৰলৈ যায়। মেনেজাৰ বজ্ৰপাত পৰা মানুহৰ দৰে থিয় হৈ ৰয় )

## পাত্ৰ

| | | |
|---|---|---|
| গোপালন নায়াৰ | ... | কলেজৰ এজন অবিবাহিত অধ্যাপক। বয়স পঁয়ত্ৰিশ বছৰ। বিয়াৰ প্ৰতি অনীহা ভয়। |
| বিক্ৰমণ পিল্লাই | ... | গোপালনৰ সম্বন্ধীয়া লোক। বয়স পঞ্চলিশ বছৰ, উকীল। চলচাতুৰীত পাৰ্গত। |
| শঙ্কু | ... | গোপালনৰ চাকৰ। আগেয়ে বিক্ৰমণৰ চাকৰ আছিল। বয়স আঠাইশ বছৰ। |
| কমলম | ... | জানকী অম্মাৰ জীয়েক। হাইস্কুল পৰ্যন্ত পঢ়া। এতিয়াও কুমাৰী। বয়স তেইশ বছৰ। |
| জানকী অম্মা | ... | গোপালনৰ মামীয়েক। |

স্থান : তিৰুৱনন্তপুৰমত গোপালন নায়াৰৰ ঘৰৰ বাৰান্দা।

কাল : বৰ্তমান।

সময় : চাৰিবজাৰ পাছত।

( বিক্ৰমন পিল্লাই এখন চকীত বহি আছে। শঙ্কু বিনম্ৰ ভাবে ওচৰতে থিয় হৈ আছে। )

**শঙ্কু** : হজুৰ, আপুনি এটা বৰ কঠিন কাম কৰিবলৈ ওলাইছে!

**বিক্ৰমণ** : মই তোৰ মতামত বিচৰা নাই। তই মোৰ কথা মানিবিনে নামান?

**শঙ্কু** : আপোনাৰ কথা মই নামানিমনে? আপোনাৰ অন্নৰেই শঙ্কুৰ এই দেহ পালিত হৈছে। আপুনিয়েই মোক ইয়াৰ কামটো দিয়াইছে। আপুনি যিহকে কৰিবলৈ আদেশ কৰে মই তাকে কৰিম।

**বিক্ৰমণ** : তেন্তে মই যিদৰে কৈছো ঠিক সেইদৰেই যাতে হয়।

**শঙ্কু** : হ'ব হ'ব, সেইদৰেই হ'ব তেন্তে। তাৰ পিছত শঙ্কুৰ এডালো হাড় বাকী নাথাকে। নাথাকক। কোনো কথা নাই।

**বিক্ৰমণ** : তোৰ হাড়-দাঁত একো নাযায়। মই সেইটো চাম বাৰু। এতিয়া তই গৈ বাইদেউক এইফালে আহিবলৈ কগৈ। তাৰ পিছত তই কিছুপৰলৈ লুকাই থাকিবি।

**শঙ্কু** : সকলো আপুনি কোৱা মতেই কৰিম। যি হবলগীয়া আছে হ'ব। আৰুনো উপায় কি আছে?

( শঙ্কু ওলাই যায়। জানকী অম্মা সোমাই আহে )

**বিক্ৰমণ** : কি বাইদেউ, কেনে আছা? মনৰ ভাগৰ আঁতৰিলনে বাৰু? আমাৰ সময় হৈ আহিছে। তেওঁ আহি পাবহিয়েই।

**জানকী অম্মা** : বিক্ৰমণ পিল্লাই, নাজানো কিয় ইয়ালৈ অহাৰ পিছৰ পৰাই মোৰ কলিজাটো বৰকৈ ধপ্‌ধপাবলৈ ধৰিছে।

**বিক্ৰমণ** : সেয়া, বিয়াৰ পেপা-কালিৰ শব্দ বাইদেউ। শান্ত হোৱা। মই কোৱা সকলো কথা মনত আছে নহয়?

**জানকী** : মনত ঠিকেই আছে।...তথাপি ভয় হৈছে, কিজানি এইবোৰ অলপ বেছি হৈ গৈছে বা! সি যদি আকৌ কিবা গোলমাল কৰে...

**বিক্ৰমণ** : তুমি চিন্তা নকৰিবা বাইদেউ। হয়, সি মোৰ কথা মানিব লাগিব—

**জানকী :** নহলে ? সেইটোকে সুধিছো মই।

**বিক্রমণ :** তাক মান্তি কৰাব পাৰিম।

**জানকী :** কোনে জানে !

**বিক্রমণ :** কিয় তেনেকৈ কৈছা ? চাই ল'বা।...মই এতিয়া যাওঁ। বাকী সকলো-মই কোৱা মতেই—

**জানকী :** সিও ইয়াত থকা হলে ! মোৰ মনটো শান্ত হৈ থাকিলহেঁতেন।

**বিক্রমণ :** এইটো আমাৰ প্লেনৰ বিৰুদ্ধ কথা। বাইদেউ, প্রয়োজনৰ মূহুৰ্ত্তত মই আহি উপস্থিত হ'ম। তুমি ধৈৰ্য্য ধৰা। হেৰ' শঙ্কু

**শঙ্কু :** ( ভিতৰৰ পৰা ) লুকাবলৈ গৈছো।

**বিক্রমণ :** হেৰ এইফালে আহ

( শঙ্কু সোমাই আহে )

**শঙ্কু :** কি কয় হজুৰ ? প্লেনৰ কিবা সলনি হৈছে নেকি ?

**বিক্রমণ :** প্লেন সলনি হোৱা নাই ? তই ইয়াত থাকি মাত্র কামত বাধা নিদিলেই ভাল হয়।

**শঙ্কু :** কি শঙ্কুৱে কামত বাধা দিব ? বাৰু, আপোনালোকৰ মোৰ ওপৰত অলপো ভৰষা নাই নেকি ?

**বিক্রমণ :** তই ইয়াত বৈ, লেক্‌চাৰ মাৰি নাথাকি, ক'ৰবাত লুকাগৈ যা। নহলে, মোৰ লগত আহ। বাইদেউ, কোনো কথা নাই, সত্যভামা, সুভদ্রা, চান্দাবিবি আৰু ঝান্সীৰ ৰাণীক স্মৰণ কৰা। ঐ আহ। আমি আহিছো বাইদেউ।

( বিক্রমণ আৰু শঙ্কু ওলাই যায় )

**জানকী :** সবালোকে স্মৰণ কৰিছো !..পিছে এই প্রবঞ্চকটোৰ কথা শুনি এই বোৰলৈ আগবাঢ়িব নালাগিছিল যেনেহে লাগিছে এতিয়া। কেনেবাকৈ যদি কামটো নহয়গৈ, কি যে অপমানৰ কথা হ'ব ! ভাবিবই নোৱাৰি...হে মোৰ কৃষ্ণ ! সকলোবোৰ ঠিক কৰি দিয়া যেন। সি আহিছে যেনেই লাগিছে।

**গোপালন নায়াৰ :** ( বাহিৰৰ পৰা ) আজি কি হ'ল অ' শঙ্কু ? চোতালত দেখোঁন জাবৰ-জোঠৰ একো নাই ! দুৱাৰ মুখতে পানীও সাজু। ঘটি একেবাৰে ঘঁহিমাজি চিক্‌চিকিয়া কৰি থৈছ। আশ্চৰ্য্য কাণ্ড ! এৰা, আশ্চৰ্যৰেই সময় এয়া !

( গোপালন সোমাই আহি জানকী অম্মাক দেখি হতভম্ব হৈ যায় )

**জানকী :** হুঁম্। কিঅ', একেবাৰে আচৰিত হৈ গৈছ নেকি ? আহ, এই বাৰান্দাতে বহ।

**গোপালন :** ( বিমূঢ় হৈ ) মামী –

**জানকী :** অহ্‌, তেনে এজনী মানুহ আছেনেকি কৰবাত ? মামী—! ক'ত আছে তাই ? জীয়াই আছেনে এতিয়াও ? মৰা নাই জানেঁ। ?

**গোপালন :** মামী—

**জানকী :** উহুঁ ! এইজনীয়েই মামীয়েৰ নে তোৰ ?

**গোপালন :** নাই, মানে মই একেবাৰে প্ৰত্যাশাই কৰা নাছিলো !

**জানকী :** আচৰিত ! দুই-এটা শব্দ মুখত ফুটিছে যে। বৰ ভাল অভ্যৰ্থনা ! 'প্ৰত্যাশা' কৰা নাছিল।

**গোপালন :** কেতিয়া আহিল মামী ?

**জানকী :** আহাহা, কুশলবাৰ্তা সুধিবলৈ মন গৈছে যে !

**গোপালন :** সেই একেদৰেই আছে। একো পাৰ্থক্য নাই। আঘাত দিয়াৰ ৰীতি—

**জানকী :** অ', অলপ অলপ মনত আছে যেন লাগিছে এতিয়া।

**গোপালন :** মামী, আজি আপুনি যুঁজ এখন কৰিম বুলি ককালত টঙালি বান্ধি আহিছেনেকি ?

**জানকী :** এৰা, তেনেকুৱাই। আৰু যুঁজত জিকিবলৈও থিৰাং কৰি আহিছো। হয় জিকিম, নহয় মৰিম। এয়েই আজিৰ মোৰ কাৰ্যসূচী—

**গোপালন :** বাৰু মামী, এতিয়া ক'ৰ পৰা আহিল ?

**জানকী :** ঘৰৰ পৰা।

**গোপালন :** ক'লৈ যাব ইয়াৰ পৰা ?

**জানকী :** ক'লৈকো নাযাওঁ।

**গোপালন :** তেন্তে ?

**জানকী :** তেন্তে, একো নাই।

**গোপালন :** মই একো বুজিব পৰা নাই মামী। এনে সময়ত তিৰুবন্তপুৰমলৈ আপুনি কিয় আহিল ?

**জানকী :** মন গ'ল !

**গোপালন :** মামী, মিছাকৈয়ে বাকবিতণ্ডা নকৰি ভালকৈ কথা কওকচোন !

**জানকী :** তই বৰ ভাল শিষ্টাচাৰ দেখুৱাইছ নহয় ! কেতিয়া আহিল, কিবা খালেনে, সেইবোৰ একো নাই। ক'ৰ পৰা আহিছে, ক'লৈ যাব—ইয়াত আহি কিয় বহিছোহি—এইবোৰ হ'ল প্ৰশ্ন। এইবোৰ হ'ল তইঁতৰ নগৰীয়া শিষ্টাচাৰ।

**গোপালন :** ঠিক আছে মামী, মই আৰু একো কথা নকওঁ।

**জানকী :** তইতো এতিয়া মাতবোল বন্ধ কৰিবিয়েই! আৰু বা কি নকৰিবি, মই জানো নহয়। ( কান্দিবলৈ ধৰে ) যোৱা দহবছৰে মই তোক দেখা নাই। এতিয়া মই নিজে আহি ওলাইছোহি, আৰু তই কৈছ তই মোৰ লগত কথাকে নাপাত।

**গোপালন :** মামী মামী, মই ঠিক তেনেকৈ কোৱা নাছিলো নহয়—

**জানকী :** নহলেনো আৰু কিটো কৈছ? তই তাকেই কৈছ। তই সেইটো কৰিও আৰু কৰিবিও। হঁায় হঁায়—তোৰ দৰে নিৰ্দ্দয় মানুহ এটা এই ত্ৰিভুবনত আৰু আছেনে?

**গোপালন :** শঙ্কু—ঐ শঙ্কু—

**জানকী :** কিয় বিচাৰিছ তাক?

**গোপালন :** হেৰ' শঙ্কু—

**জানকী :** মোক এতিয়াই উলিয়াই দিব যেন লাগিছে!

**গোপালন :** মামী, কিয় তেনেকৈ কৈছে? আপোনাকনো কিবা খাবলৈ মেলিবলৈ দিলেনে নাই তাকে সুধিবলৈ মাতিছো।

**জানকী :** মোৰ মৰমৰ ভাগিনৰ এতিয়াহে সেইকথা মনত পৰিল! বাৰু তোৰ ভোক লাগিছে চাগৈ। সোনকালে কফিকে আনি দিওঁ—

**গোপালন :** থাওক দিয়ক মামী, পিছত হ'ব—

**জানকী :** থাওক তেনেহলে। নিজৰ আপোন কোনোবাই যেতিয়া পিছত আহি আনি দিব তেতিয়াই খাবি।

**গোপালন :** মামী, আপুনি কিবোৰ যে কৈ আছে!

**জানকী :** মই এতিয়া একো এটা ক'বও নোৱাৰা হ'লো! হেৰ' তোৰ মাৰ বাপেৰৰ কথা মনত আছে জানোঁ? তেওঁলোক ঢুকুৱা মনত পৰে?...তেতিয়াৰ পৰা তোক কোলাত তুলি কোনে ডাঙৰ দীঘল কৰিছিল? কোনে তোৰ পঢ়াশুনা কৰাইছিল? তোৰ মাৰ বাপেৰ মই আৰু তোৰ মোমায়েৰেই নাছিলো জানোঁ? তোৰ সেইবোৰ কথা অলপমানো মনত আছেনে? তই পঢ়ি-শুনি এম, এ হলি। প্ৰফেচৰ হলি, চহকী হ'লি। এৰা, এতিয়ানো আৰু আগৰ কথা কিয় পাহৰি নাযাবি? হেৰ, তোৰ মোমায়েৰ স্বৰ্গগামী হোৱা আজি দহবছৰ নহল জানোঁ? ইমানদিনৰ ভিতৰত তই কেতিয়াবা সেইফালে এবাৰ মুখ ঘূৰাইও চাইছনে বাৰু?

**গোপালন :** মামী মোৰ সকলোবোৰ মনত আছে। মই আপোনালোকৰ ওচৰত চিৰ কৃতজ্ঞ।

**জানকী :** হৈছে হৈছে, নালাগে। মোক তোৰ সাহিত্য শুনোৱাৰ দৰকাৰ নাই। কৃতজ্ঞ! তই তোৰ কৃতজ্ঞতা ক'ত গাঁঠি মাৰি বান্ধি থৈছ ?

**গোপালন :** মামীৰ দুখ মই বুজিব পাৰিছো। তোমাৰ মনৰ দুখৰ যথেষ্ট কাৰণ আছে। কিন্তু তোমাৰ প্ৰতি মোৰ মৰমচেনেহ আৰু কৃতজ্ঞতাৰ অভাৱত যে নোযোৱাকৈ আছো, তেনে নহয়।

**জানকী :** মোৰ প্ৰতি থকা চেনেহৰ বানপানীত উটিয়েই হয়তো ইমানদিনে যাব পৰা নাছিলি !

**গোপালন :** সেইটো নহয় মামী—

**জানকী :** তেনে কিয়নো মোৰ ভাগিন ?

**গোপালন :** এনে অৱস্থাত মোৰ তালৈ যোৱাটো ঠিক নহ'লহেঁতেন।

**জানকী :** কিনো বেয়াটো হ'লহেঁতেন।

**গোপালন :** মামী, মানুহে কি ক'ব, নাভাবা কিয় ?

**জানকী :** কি ক'ব ? কি ক'ব ? মানুহে ক'ব, তই বৰ মৰমীয়াল। ক'ব তোৰ হৃদয় মানবতাৰ গুণেৰে ভৰা। কিনো বৰ ডাঙৰ কথা হ'ল ? কিনো অপমানৰ কথা !

**গোপালন :** নহয়, মানে কমলমৰ এতিয়াও বিয়া হোৱা নাই নহয়,—

**জানকী :** অ' সেইটো কথা ! সেইটো মইহে জানো, তাই কিয় বিয়া নোহোৱাকৈ আছে। কাৰ কাৰণে হোৱা নাই—

**গোপালন :** কাৰ কাৰণে ?

**জানকী :** লাজ নালাগে তোৰ সেইকথা সুধিবলৈ ?. বৰ আচৰিত কথা দে !…তয়েই দেখোঁন সেই কাৰণ—

**গোপালন :** মই ?

**জানকী :** ওঁ তয়েই, আৰু একমাত্ৰ তয়েই।

**গোপালন :** মই কি কৰিলো—

**জানকী :** তই কি কৰিলি ? যি কৰিব লাগিছিল সেই কাম তই কৰা নাই। সেইটোৱেই কাৰণ।

**গোপালন :** মামী তেনে কথা নকব। মই বহুত দিন আগেয়েই সেই কথা আপোনাক জনাই দিছো।

**জানকী :** ইহ্, বৰ কথা চোৱা ! তই কৈ দিলেই হৈ গ'ল নহয় ! জনাবুজা মানুহবোৰে মোক কি কয় তই জান জানো ? কয়, গোপালন নায়াৰ দেখোঁন

তাত থমথমকৈ বহি আছে, আমাক আহি আকৌ ধৰিব লাগে কিয় ? মই তেতিয়া কি উত্তৰ দিব পাৰোঁ—? তই পঢ়াশুনা কৰা লোক, তয়েই ক'।

**গোপালন :** কৈ দিব, যে মই বিয়া নকৰাবলৈ থিক কৰিছো।

**জানকী :** কৈছো কৈছো। বহুতবাৰ কৈছো। কিন্তু কথাটো সিহঁতে বিশ্বাস কৰিলেহে হৈছে।

**গোপালন :** তেওঁলোকে বিশ্বাস নকৰে কিয় ?

**জানকী :** বাৰু তই কচোন, তই তাইক কিয় বিয়া নকৰাব।

**গোপালন :** সেইটো মোৰ ইচ্ছাৰ কথা।

**জানকী :** গতিকে বিশ্বাস কৰা নকৰাটো মানুহবিলাকৰ নিজৰ কথা।

**গোপালন :** এই বিষয়ে মই এতিয়া কি কৰিব লাগে।

**জানকী :** সহজ কথা, তই তাইক বিয়া কৰাই পেলাব লাগে।

**গোপালন :** অসম্ভৱ মামী। এই বিষয়ে আলোচনাই নকৰিব।

**জানকী :** তেন্তে তাই ঘৰতে এনেকৈয়ে বহি থাকি থাকি মৰি থাকক—এইটোকে তই জেদ ধৰিছ ?

**গোপালন :** আপোনাৰ কথা মই বুজিব পৰা নাই মামী

**জানকী :** মই বুজাই দিম। মানুহে এতিয়া কি কয় তই জান ? তাইৰ কিবা চাগৈ বেমাৰ আছে !

**গোপালন :** বেমাৰ আছে বুলি কয় ?

**জানকী :** অঁ। সিহঁতে ভাবে নহলে কি কাৰণেনো তই তাইক বিয়া কৰাব নোখোজ ? এতিয়া তয়েই ভাবচোন বাৰু, কথাটো ন্যায়সঙ্গত হৈছে জানোঁ ? তাইৰ কিহৰ অভাৱ ? টকাপইচাৰ একো অভাৱ নাই। মেট্রিক পর্যন্ত পঢ়া। নিজৰ ছোৱালী বুলি ক'ব নাপায়, তথাপি কওঁ দেচোন, দেখাত জানো তাই কম সুন্দৰী ? তেন্তে তই তাইক কিয় গ্রহণ নকৰ ?···কিবা বেমাৰ জাতি আছে চাগৈ, মানুহে তাকে ভাবে।

**গোপালন :** মানুহে যে ভাবে, সঁচাই কিবা বেমাৰ আছে নেকি মামী ?

**জানকী :** হেৰ, মোৰ মুখখন খুলি নলবি। তাইৰ ? বেমাৰ ? ক'ৰবাত কিবা ক্ষতি-গুণ আছে ? তয়ো বৰ কথাটো সুধিছ ! সেইজনীৰ লোদোৰ পোদৰ চেহেৰা। কেনে স্বাস্থ্যৱতী ! তেনেহেন ছোৱালীজনীক মিছাকৈ মানুহৰ মনত বেমাৰী বুলি সন্দেহ ওপোজাই এতিয়া সিয়েই আকৌ কি সোধে শুনা—

**গোপালন :** কিন্তু মই এতিয়া কি কৰা উচিত ?

**জানকী :** বেছি একো কৰিবলৈ নাই। তাইক বিয়া কৰাই ইয়ালৈ লৈ আহ।

**গোপালন :** সেইটো অসম্ভৱ।

**জানকী :** বেছ নালাগে বাৰু। তই তাইৰ বাবে এটা দৰাকে বিচাৰি দে।

**গোপালন :** মই গৈ কাৰোবাক ক'লেই সন্মত হ'ব জানো? 'তুমি কিয় বিয়া কৰাই নানা' বুলি মোক নুসুধিব জানো?

**জানকী :** ময়ো তাকেই কওঁ। কামটো তয়েই কৰি পেলা। সেইটোৱেই একমাত্র উপায়।

**গোপালন :** মামী সেই কাম হ'ব নোৱাৰে। তুমি এনেয়ে জেদ ধৰি নাথাকিবা।

**জানকী :** তেনে সেয়ে খাটাং কথা?

**গোপালন :** খাটাং

[ বিক্রমণ পিল্লাই সোমাই আহে ]

**বিক্রমণ :** অ'. এয়া কোন? বাইদেউ নহয়নে? সেই তাহানিয়েই দেখিছিলোঁ।... কি কামত বা ইয়ালৈ আহিল?

**জানকী :** ইয়ালৈ নাহি এতিয়া আৰু কিবা উপায় আছেনে?

**বিক্রমণ :** কথাটো নো কি বাইদেউ? কিবা বিশেষ—

**জানকী :** কিন্তু তুমি একো জনা নাই?

**বিক্রমণ :** নাই—

**জানকী :** গোপালনে একো কোৱা নাই?

**বিক্রমণ :** হেৰ বদমাচ, তই মোক কোৱা নাই কিয়—কি কথা?

**গোপালন :** ( বিমূঢ় হৈ ) কি কথা ক'বলৈ আছে?

**জানকী :** এৰা, কোনেও নজনাকৈ কামটো সম্পন্ন হ'ব লাগে বুলি সি জেদ ধৰিলে আৰু—

**গোপালন :** মামী, আপুনি এইবোৰ কি কৈছে?

**জানকী :** এফালৰ পৰা চাবলৈ গ'লে সেইটো ভালেই হৈছে। ইমানদিনে বিয়া নকৰাওঁ বুলি কৈ থাকি এতিয়া—

**বিক্রমণ :** কিন্তু সি মোকতো ক'ব লাগিছিল!

**জানকী :** অঁ নিশ্চয়। নিশ্চয় ক'ব লাগিছিল—। মই আকৌ ভাবিছিলো সি চাগৈ নিশ্চয় কৈছেই।

**বিক্রমণ :** গুণ্ডা, বদমাচ, এটা শব্দও মোক জানিবলৈ নিদিলে।

**গোপালন :** এইবোৰ কি বলিয়ালী হৈছে, মই একো ধৰিব পৰা নাই!

**বিক্রমণ :** পিছত মেকুৰীজনীয়ে কেতিয়া আহি বা ঘৰৰ খুটাত আচুৰিলেহি— বাইদেউ।

**জানকী :** যোৱা চাৰি তাঁৰিখে। সকলোবোৰ গোপনে ৰখা হৈছিল। সেইদিনাই তাইক ইয়ালৈ লৈ আনিলে।

**বিক্রমণ :** কি? এই দহ-পোন্ধৰ দিন ধৰি তেওঁ তেন্তে ইয়াতে আছে?...আৰে—। ইটো বেছ সাংঘাতিক! তেওঁক ক'ত লুকাই ৰাখিছে?

**গোপালন :** এইবোৰ কি কথা হৈছে! মই একো বুজি পোৱা নাই।

**বিক্রমণ :** বাইদেউ, ই-কি কয়?

**জানকী :** নিজে কবলৈ লাজ কৰিছে, সেইটোৱেই কথা। ই আগৰ পৰাই লাজ-কুৰীয়া। আৰু সেইবাবেই ইয়াৰ কামটো ইমান পলম হৈ গ'ল।

**বিক্রমণ :** পিছে, বাইদেউ কেতিয়া আহিল?

**জানকী :** এই অলপ আগেয়ে আহি পাইছোহি। তাইতো কেতিয়াও মোৰ পৰা আঁতৰি থকা নাছিল। মই নহা দেখি চিঠি দি মাতি পঠালে।

**বিক্রমণ :** ভাগ্যে আপুনি আহিল। নহলে ই যিদৰে জেলত ভৰাই থোৱাদি থৈছে!

**গোপালন :** দাদা!

**বিক্রমণ :** তই মোক এবাৰো খবৰকে নিদিলি। তোৰ গালত দুটামান চৰ সোধালোহেতেঁন! কিন্তু বাইদেউ আৰু কমলৰ কথা ভাবি—

**গোপালন :** দাদা, দিচিজ্ এবচার্ড্! ৰিডিকুলাচ! তুমি মামীৰ এই ভুৱা কথা-বোৰকে বিশ্বাস কৰি লৈছা? আৰম্ভৰ পৰা শেষলৈকে গোটেইবোৰ কথা মিছা—

**বিক্রমণ :** হয় দে, হয়। চাহৰ ট্রে হাতত লৈ ভিতৰৰ পৰা ওলাই অহা তোৰ ঘৈনীয়েৰ আৰু এয়া মামীয়েৰ আগৰ পৰা গুৰিলৈকে মিছা,—আৰু তাই সঁচা।

**গোপালন :** (একাষলৈ চাই) মাই গড্!

**বিক্রমণ :** আহা—আহা কমল

(কমলম সোমাই আহে)

**কমলম :** নমস্কাৰ দাদা। (মেজত ট্রে থৈ) কথা পাতিবলৈ লগ পালে কফি নাপালেও হয়। ভোকো নালাগে। ইপিনে মোৰ বাহিৰলৈ ওলোৱাৰো অনুমতি নাই। শঙ্কুটোকো দেখা নাই,—ক'লৈ গ'ল। তোমালোকহে আছা, সেইবুলি সাহ কৰি ওলাই আহিলোঁ। এতিয়া এয়া খাইবই লৈ কথা পাতিলে ভাল আছিল—

**বিক্ৰমণ :** হেৰ বুৰ্ব্বক, ভেবা লাগি চাই আছ কিয় ? কমলম্ ইয়াৰ মুখত গোটেই ট্ৰেখন ঢালি দিয়াচোন।

**গোপালন :** কি ভীষণ প্ৰতাৰণা ! কি ভয়ঙ্কৰ অত্যাচাৰ ! মই সাৰে আছোনে. সপোন দেখি আছো ? এয়া তিৰুৰন্তপুৰম নে ঠগ প্ৰবঞ্চকৰ ৰাজ্য।

**কমলম :** সেইবোৰ পিছত চিন্তা কৰি থাকিব। এতিয়া কফিখিনি খাই লওক।

**জানকী :** মোৰ আইজনী, এইকেদিন ইয়াত কেনে কাটিছে ?

**গোপালন :** এইবোৰ খেল শেষ কৰা—। হেৰ শঙ্কু—

**শঙ্কু :** ( ভিতৰৰ পৰা )—কি কয় হজুৰ ?

**গোপালন :** বেগাই এই ফালে আহ।

( শঙ্কু সোমাই আহে )

**শঙ্কু :** কওক হজুৰ—

**গোপালন :** এওঁলোক ইয়ালৈ কেতিয়া আহিল ?

**শঙ্কু :** কোন ?

**গোপালন :** এই ইয়াত থিয় হৈ থকা মানুহবোৰ

**বিক্ৰমণ :** সঁচাকথা কবি। নহ'লে—

**শঙ্কু :** মই ইয়াৰ পৰা যাওঁতে ইয়াত কেৱল আইদেউহে আছিল।

**গোপালন :** কোনজনী আইদেউ ?

**শঙ্কু :** সেইটো কেনে প্ৰশ্ন হজুৰ ? ইয়াত আৰু আন আইদেউ কোন বিলাক আছে।

**গোপালন :** হেৰ, তয়ো পাগলা হলি নেকি ? ইয়াত কোনজনী আইদেউ আছিল অ' ?

**শঙ্কু :** এই প্ৰশ্নৰ উত্তৰ বাৰু এই শঙ্কুৱে কেনেকৈ দিয়ে ? আইদেউ মানে ইয়াৰ আমাৰ আইদেউ।—মানে মোৰ হজুৰৰ আইদেউ···মানে এই শঙ্কু আৰু আপুনি—আমি দুয়ো গৈ যি গৰাকী আইদেউক লৈ আনিছিলো'াগৈ—সেই—মানে···

**গোপালন :** মানে—ওলা ইয়াৰ পৰা। সকলোৱে মিলি এই ফান্দ পাতিছে। হয়নে নহয় ?

**বিক্ৰমণ :** তই কেতিয়াবা 'ফ্ৰয়েদ' পঢ়িছ ?

**গোপালন :** মূৰটো পঢ়িছো—

**বিক্ৰমণ :** ফ্ৰয়েদ তই ক'ত পঢ়িবি ! গণিত গিলি থাকোঁতেই গৈছিল তোৰ।

বাইদেউ, ই যেতিয়া সৰু আছিল তেতিয়া কোনোবা মাইকী মানুহে ইয়াৰ নাকত কামুৰিছিল নেকি ?

**জানকী :** চাওঁ ৰবাচোন, ঠিকেইতো শূৰ্পণখা এজনী আছিল।

**বিক্ৰমণ :** কথা সেইটো হোৱা নাই। ই তাইৰ নাকত কামোৰাটো নহয়, তাইহে ইয়াৰ নাকত কামোৰাৰ কথা—

**জানকী :** এৰা তাইয়ে কামুৰিছে কিজানি ? তাই তেনেকুৱাই আছিল। তুমি কথাটো কেনেকৈ জানিলা পিছে ?

**বিক্ৰমণ :** মই ঠিক জানি গৈছো বাইদেউ।

**জানকী :** কি জানিছো ?

**বিক্ৰমণ :** ফ্ৰয়েদ দেৱতাক দূৰৰ পৰাই নমস্কাৰ। ইয়াৰ নাৰী বিদ্বেষৰ আচল কাৰণটো সেই ঘটনাৰ লগত জড়িত।

**গোপালন :** আপুনি ইয়াৰ পৰা যাওক—,লগতে আপোনাৰ ফ্ৰয়েদকো লৈ যাওক।

**বিক্ৰমণ :** বাইদেউ আমি ভিতৰলৈ যাওঁ। বাকীখিনি কমলমে চম্ভালিব। দহ-পোন্ধৰ দিন একেলগে থাকি—

**গোপালন :** ইয়াৰ পৰা গুচি যাওঁক বুলি কৈছো নহয়—

**বিক্ৰমণ :** মই যাম। কিন্তু কমলম কিজানি এতিয়া যাব নোৱাৰিব। আৰু এটা কথা। মোৰ তত্বাৱধানত মোৰ ঘৰত কমলমৰ সৈতে তোমাৰ আৰু এবাৰ বিয়াখন হৈ যাওক। এইটো মোৰ একান্ত হেপাহ। কাইলৈ ৰাতি এটা শুভ লগ্নও আছে।

**শঙ্কু :** হয় হজুৰ—

**গোপালন :** তই গলিনে ইয়াৰ পৰা…? তোক যদি ইয়াত আৰু ক'ৰবাত দেখা পাওঁ—তেন্তে…

**বিক্ৰমণ :** হেৰ শঙ্কু, যা-যা—তই ইয়াৰ পৰা যা—। তই এটা কাম কৰ, এই কোঠালীৰ দুৱাৰত বাহিৰৰ পৰা তলা লগাই চাবিটো এইফালে লৈ আহ। বাইদেউ আমি যাওঁ আহক।

(তিনিও ওলাই যায়)

**কমলম :** উস ৰাম! কি যে খঙ! যি হওক, এই কফিকিনি খাই লোৱাচোন বাৰু।…খোৱা আৰু'।…এইফালে এবাৰ চোৱাচোন।…এতিয়ালৈকে এবাৰো এইপিনে তুমি চোৱাই নাই। মই জানো দেখিবলৈ ইমান বেয়া ? মোৰে শপত,

এবাৰ এইপিনে চোৱা।...এবাৰ...তেনেকৈ...মই কিবা মিছা কৈছো নেকি?... এতিয়া এই কফিখিনি খাইলোৱা...ওঁ—খোৱাচোন...হাত কঁপিছে যদি বাৰু মই ধৰি দিওঁ...বাপ, ইমান খং মইনো কি দোষ কৰিলো? যিহওক বাৰু, এয়া কফি এঢোক খাই লোৱাচোন।...এয়া শঙ্কৰে কৰা সা-সোৱাদ নোহোৱা কফি নহয়। এয়া খোদ কমলমে নিজ হাতে কৰা কফি। বেছটো, তুমি হাঁহিবও জানা তেনে? এই হাঁহিটো কিয় বন্ধ কৰিলা? ইমান ধুনীয়া আছিল হাঁহিটো!

**গোপালন :** তোমাৰো চাতুৰী কম নহয়!

**কমলম :** এতিয়াহে জানিলা?

**গোপালন :** এই পগলামখাৰ খেলাত তুমিও ভাল যোগ দিছিলা। মোৰ আচৰিত লাগে।

**কমলম :** তুমি তেতিয়া যেনেকুৱাহে কৰিছিলা, মইনো আৰু কি কৰিম?

**গোপালন :** তুমি সচাঁই বেছ বুদ্ধিমতী ছোৱালী—

**কমলম :** তেন্তে মানি লৈছো?

**বিক্ৰমণ :** ( ভিতৰৰ পৰা ) কমলম—

**কমলম :** কি কয়?

**বিক্ৰমণ :** ( ভিতৰৰ পৰা ) কেনে চলিছে?

**কমলম :** "সকলো পাহৰি গ'লো— প্ৰেমৰ সেঁতত উটি..."

( গোপালন নায়াৰে সশব্দে হাঁহি দিয়ে। আন সকলো ওলাই আহি হাঁহিত যোগ দিয়ে )

## পাত্ৰ

| | |
|---|---|
| শঙ্কু | স্বামী |
| পাৰ্ব্বতী | স্ত্ৰী |
| পোন্নমা | বিবাহিতা জীয়েক |
| কেশৱ | শঙ্কুৰ আত্মীয় |

গাওঁৰ এটি চহকী পৰিয়ালৰ ঘৰৰ বাৰান্দাত গিৰিহঁত শঙ্কু পিল্লাই আৰু গৃহিণী পাৰ্ব্বতী আম্মাই কথা পাতি বহি আছে। শঙ্কু পিল্লাই দুৰ্ব্বল ক্ষীণ দেহৰ আৰু দীঘল গঢ়ৰ বুঢ়া মানুহ। তেওঁৰ মুখমণ্ডলৰ পৰা বুজা যায় যে তেওঁ এজন সক্ষম ব্যক্তি আৰু যিকোনো কাম কৰিবলৈ তেওঁ সমৰ্থবান। কিন্তু তথাপি যেন সকলোৱে তেওঁক কাপুৰুষ বুলি ভাবে। কানত আঙুঠিৰ দৰে কেৰু আৰু ডিঙিত ৰুদ্ৰাক্ষৰ মালা। কানৰ দীঘল ঠিয় নোমে সকলোৰে দৃষ্টি আকৰ্ষণ কৰে। ঘৈণীয়েক পাৰ্ব্বতী আম্মা দেখাত যিকোনো এগৰাকী গাওঁলীয়া বুঢ়ী তিৰোতাৰ দৰেই। এটা কথা ধৰিব পাৰি যে ঘৰুৱা কামকাজত সক্ৰিয় হৈ থকা স্বত্তেও মানুহ গৰাকী বৰ দুৰ্ব্বল হৈ পৰা নাই। কিন্তু তেওঁৰ মনত যেন এক দুখৰ অভিজ্ঞতাৰ চাপ। দুয়োৰে গাত গাওঁলীয়া সাজ পোচাক।

**শঙ্কু পিল্লাই :** যাওঁ। চাওঁচোন কিমান দূৰলৈকে যায়।

**পাৰ্ব্বতী আম্মা :** চাবলৈনো কিটো আছে? সি আন ছোৱালী পাই যাব। তুমি হাত মোহাৰি থাকোতেই যাব।

**শঙ্কু :** (ধেমালিৰ সুৰত) হৈছে হৈছে! ছোৱালী পাই যাব। সমস্যা সমাধান হৈ যাব! 'পাচুৰ পটিপ্পুৰাৰ' পৰা নে আন ক'ৰবাৰ পৰা জ্যোতিষ শিকি আহিছ তই?

**পাৰ্ব্বতী :** বুদ্ধি থকা মানুহে এই দুৱাৰমুখত বহিলেই জানিব পাৰে।

**শঙ্কু :** (খঙেৰে) হৈছে দে। বৰ বুদ্ধিৰ কথা কৈছ। তই মোৰ ওচৰৰ পৰা আঁতৰ। মই একো নাজানো সেইবোৰ।

**পাৰ্ব্বতী :** যাম যাম, গুচি যাম, একেবাৰে বাহিৰলৈ ওলাই যাম। কিন্তু এটা কথা ভালদৰে জানি লৈহে যাম। তুমি তাইক ডাঙৰ দীঘল কৰিছা সঁচা; কিন্তু তুমি সঁচাই তাইৰ দুখ দূৰ কৰিবলৈ বিচাৰানে নিবিচাৰা? সেইটো কথা নিশ্চিত ভাবে জানি লৈহে তাইক জনম দিয়া মাক হিচাবে মই ক'লৈ যোৱা উচিত হ'ব সেইটো ঠিৰাং হ'ব। ছোৱালীজনীৰ এনে অৱস্থা চাই থাকিবলৈ মই শিল বা লোহা নহওঁ।

**শঙ্কু :** হেৰ মৰতী বুঢ়ী। তোৰ সেইজনী ছোৱালীয়েই একমাত্ৰ নহয়। আৰু সাতোটা লৰাছোৱালী আছে।

**পাৰ্ব্বতী :** হেৰা, মই বৰ নজনা কথাটো কৈছা মোক।

শঙ্কু : মোৰ বাবে সকলো সন্তান সমান।

পাৰ্বতী : মই কিবা বেলেগ কৈছো নেকি ? মোৰ বাবেও সকলো সন্তান সমান। এজনী যদি দুখত কান্দিকাটি থাকে বাকীকেটা ভালে থকাৰ কি দৰকাৰ ?

শঙ্কু : ( অধিক খঙেৰে ) হাতত থকাটো আনলৈ এৰি দি পিছত হাঁহাকাৰ কৰি ফুৰিব লাগিব।

পাৰ্বতী : প্ৰথমেই নিজে দিয়াৰ কথা দি এতিয়া থেৰোঁ গেচোঁ কৰাটো ভাল কথানে বাৰু ?

শঙ্কু : তেতিয়া তেনেকৈ নোকোৱা হলে তুমি ইয়াত তাইক ডিঙিত ওলোমাই বহি থাকিলাহেঁতেন ?

পাৰ্বতী : এতিয়াও ডিঙিত ওলোমায়েই বহি থকা নাই জানেঁা ? মতা মানুহ হলে কথা ৰাখিব লাগে।

শঙ্কু : কথা ৰাখিব লাগে ? এই সময়ত ? শুন কাঠৰ গাধক এইবোৰ ক'লে কি লাভ ?

পাৰ্বতী : লাভ আছে—লাভ আছে। ভাল কথাৰ উপদেশ দিম. কিন্তু শুনিবলৈ আকৌ মানুহ থাকিব লাগিব নহয় !

শঙ্কু : এতিয়া একো শুনাৰ প্ৰয়োজন নাই। কোনেও উপদেশ দিব নালাগে। আজিলৈকে মই কাৰো উপদেশ শুনা নাই। যি কৰিবলগীয়া আছে, তাক মই ঠিক মতেই কৰিম।

পাৰ্বতী : ( বিমৰ্ষ ভাবে ) হেৰা বুইছা ! মানুহৰ একো নাথাকিলেও আত্মসম্মান থাকিব লাগে। কাঠৰ গাধও কেতিয়াবা জ্বলি উঠে। কেদিনমান আগেয়ে কুন্নুৰ বুঢ়ীমাকে সুধিছিল, 'পোন্নমা তাত ভৰি দিয়েই একেবাৰে গুচি আহিল হ'বলা ? কোলচুৰ ঘৰৰ কল্যাণীয়ে সুধিলে, 'পোন্নমাই কিবা কাজিয়াপেচাল লগাই গুচি আহিল হ'ব পায় ?' সেয়েই জানো ! ওচৰচুবুৰীয়া, মন্দিৰত গোট খোৱা মানুহ. পাপৰ বেচিবলৈ অহা মানুহজনী, নাৰিকল বেপাৰী আৰু সদায় বেয়া চকুৰে চোৱা মানুহেও যেতিয়া খুচৰি খুচৰি সোধে. কথাটো কি. তেতিয়া শিলত মূৰ আচাৰি মাৰিবলৈ মন যায়। সকলো মোৰ পোৰা কপাল—( কান্দিবলৈ ধৰে )

শঙ্কু : ( অকনো বিচলিত নহৈ ) এতিয়া কান্দিবলৈ আহিছ। জীয়েৰক জ্ঞান-বুদ্ধি দিব নোৱাৰিলি। তাইৰ সুবুদ্ধি হোৱা হ'লে জানো তাই তাৰ কথাতে আহি ইয়াত পৰি থাকিলহিহেঁতেন ! তাই তাক বান্দৰ নচুৱাৰ পাৰিলেহেঁতেন।

**পাৰ্ব্বতী :** মই আৰু মোৰ বংশৰ কোনেও কাকো বান্দৰ নচুৱাই মালিকনী হোৱাৰ দৰ্কাৰ নাই বুজিছে। আমি সেইবোৰ নাজানোও।

**শঙ্কু :** ( বিদ্রুপ কৰি ) এহ, বৰ একেবাৰে ওফাইদাং মাৰি দেখুৱাইছ। তই সেইদৰে ক'ৰি বুলি জানিয়েই মই তেনেকৈ কৈছিলো। তোৰ জীয়েৰক মই চিনি নাপাওঁ হ'বলা! তাই তাইৰ গিৰিয়েকৰ পৰামৰ্শ মতে নিজৰ ভাগ লবলৈ এইদৰে গুচি আহিছে। মাক-বাপেকলৈ তাইৰ কিবা মৰম আছে জানো?

**পাৰ্ব্বতী :** হাঁয়, হাঁয়—এনে কথা কোৱা মানুহৰ কেতিয়াবা মঙ্গল হ'বনে? আনৰ গালিশপনী, কেটেৰাজেঙেৰা সহিব নোৱাৰি মোৰ ছোৱালী গুচি আহিছে। এতিয়া তাই ডুয়ো ঘৰৰ পৰা ককৰ্থনা শুনিবলগীয়া হৈছে। ইয়ালৈ তাই অহা আজি কিমান দিন হ'ল! তাৰ পিছতহে তাই কান্দি কান্দি সিদিনা সম্পত্তিৰ ভাগৰ কথা উলিয়াইছে। সকলো কথা জানি শুনিও তুমি এনে কঠুৱা কথা ক'ব পাৰিছা!

**শঙ্কু :** হেৰ বুৰ্ব্বকনী! এয়া কি, তাই ইয়াতকৈও বেছি কৰিব। আমিনো এতিয়া তাইৰ কোন? আমি অসন্তোষ পালেনো তাইৰ কি হ'ব? সেই ভয় কৰি তাই কিবা তাইৰ গিৰিয়েকক অসন্তোষ দিবনে? যিকোনো প্ৰকাৰে লুটিপুটি যি পায় ইয়াৰ পৰা লৈ যাবলৈ তাইক সি বুজাই পঠোৱা নাই বুলি কোনে জানে?

**পাৰ্ব্বতী :** ( অসহ্য ক্রোধত ) কি বুজাই পঠাইছেহে? তোমাৰ ভাল এনে কথা মুখত ওলায়! তাই তাত দুখ সহিব নোৱাৰি গুচি আহিছে। তাইৰ গিৰিয়েকৰ নাইবা বাপেকৰ এটাৰটো অন্তৰত তাইৰ প্ৰতি অলপ দয়া মমতা থাকিব লাগে। এটাৰো দয়া মৰম নাই যেতিয়া, তাইনো এতিয়া কি কৰে বাৰু!

**শঙ্কু :** হেৰ, এই শঙ্কু পিল্লাইয়ে অলপ অচৰপ হ'লেও সংসাৰৰ আও ভাও অলপ দেখা পাইছে। সিহঁত ডুইটাই মিলি মোক লুটিবলৈ যি পাং পাতিছে, মই সেইটো হ'বলৈ দিম বুলি ভাবিছনেকি? পিছে সিহঁতৰ ফন্দীৰ পৰা নিজক কেনেকৈ বচাব লাগে মোৰ জনা আছে। এইবোৰ চং দেখি তোৰ দৰে চেচা পানী চোবাই খোৱা মানুহহে ভোল যাব। মোৰ দৰে মতা মানুহ এটাক ঠগাব নোৱাৰে দেই। ইয়ালৈ যেনেকৈ তাই অকলে আহিছিল তেনেকৈ অকলে অকলেই ইয়াৰ পৰা গুচি যাব লাগিব, চাই লবি। তাৰ উপায় মোৰ হাতত আছে।

**পাৰ্ব্বতী :** তুমি কি উপায় ভাবিছা, ভাবি থাকা। মোৰ একো মাতিবলৈ নাই। এই বয়সত ইমান ডাঙৰ অপমান! তুমি যি কৰিব খুজিছা কৰি থাকা।

**শঙ্কু :** মই কি কৰিব খুজিছো তই জানিবলৈ নিবিচাৰ?

**পাৰ্ব্বতী :** মই জানিবও নোখোজো, শুনিবও নোখোজো। এতিয়ালৈকে যি বুজিলো, যি শুনিলো, সেয়েই যথেষ্ট।

**শঙ্কু :** ( ককালৰ খাচোনাৰ পৰা এখন কাগজ উলিয়াই বিজয়ী হোৱাৰ ভাবেৰে ) এয়া চা, এইখন কি তই জান জানেঁা ?

**পাৰ্ব্বতী :** ( নিৰ্লিপ্ত ভাবে ) যিয়েই নহওক লাগে, মোকনো কেলৈ ?

**শঙ্কু :** তোৰ দৰে বুৰ্ব্বক এজনীয়ে এইবোৰ জনাৰ কি দৰকাৰ ? তোৰ জানিলেনো কি লাভ ? এইবোৰ বুজিছ, সি তোৰ জীয়েৰলৈ লিখি পঠাইছে। বৰ দুখ বেজাৰ আৰু কষ্ট পোৱাৰ ভাও ধৰি তোৰ জীয়েৰ তাৰ পৰা শুচি আহি ইয়াত বহি আছেহি নহয়। সেই জীয়েৰলৈ গিৰিয়েকে লিখিছে জোৰ কৰি সকলো ভাগ কৰিব লাগে, আৰু সকলো ধৰণৰ উপায় অবলম্বন কৰি হলেও কাৰ্যসিদ্ধি কৰি ল'ব লাগে।

**পাৰ্ব্ব'তী :** ( চিন্তিত হৈ ) কি তেনেকৈ লিখিছে ? কোনে ? গোবৰ্দ্ধন নায়াৰে ? পোন্নমাৰ গিৰিয়েকে ? পোন্নমালৈ লিখিছে ? তাই ইয়ালৈ অহা ছমাহ হৈ গ'ল। এতিয়ালৈকে তাই তাৰ নামত এটা শব্দৰেও তালৈ এখন চিঠি দিয়া নাই ! এতিয়া আকৌ--

**শঙ্কু :** হেৰ, সেই কাৰণেই তো মই কওঁ তোৰ দৰে বুৰ্ব্বক আৰু পৃথিবীত কোনো নাই। তই মাখোঁন জীয়েৰৰ কন্দাকটাকেহে দেখা পাৱ ! ল—এয়া শুন—( নাকৰ ওপৰত চশমা লগাই চিঠি পঢ়ে )

"প্ৰিয়তমা পোন্নমালৈ,

তোমাক এবাৰ চাবলৈ মোৰ বৰ হেপাহ হৈছে, মোৰ অন্তৰৰ হেপাহ। মই জানো তুমিও মোক চাবলৈ নিশ্চয় ইচ্ছা কৰা। কিন্তু আমাৰ আচল কাৰ্যসিদ্ধি হয় মানে আৰু কিছুদিন ধৈৰ্য্য ধৰিব লাগিব। এই সময়ত যদি মই তালৈ যাওঁ নাইবা তুমি ইয়ালৈ আঁহা তেন্তে সকলো চেষ্টা পণ্ড হ'ব। দেউতাৰাৰ মনোভাবৰ যদি অলপ সলনী হ'ব খুজিছে, সি আকৌ নষ্ট হৈ যাব। তোমাৰ বুদ্ধি আছে। আটাইবোৰ কৌশল কামত লগাবা। মাৰাক ঘোৰ চিন্তাত পেলাই দিয়া। সত্যাগ্ৰহ আদিও কৰি চাব পাৰা। একো হানি নাই, আমাৰ পাবলগাখিনি এতিয়াই নাপালে আগলৈ আৰু কেতিয়াও নাপাওঁ। তোমাৰ পৰা চিঠি পাবলৈ বৰ হেঁপাহ হৈছে ; কিন্তু তুমি চিঠি নিলিখিবা। তুমি মোলৈ চিঠি লিখাৰ কথা জানিলে তেওঁলোকে আমাৰ গোপন ৰহস্যৰ কথা গম পাই যাব। সেই কলা

ফেটিটোৱে যাতে আমাৰ গোপন কথাবোৰ একেবাৰে জানিবলৈ নাপায়, তাৰবাবে এই চিঠি ডাকত নিদি কোচ্চুৱেলুৰ হাতত পঠালোঁ। মই মাত্ৰ তোমাৰ বিৰহৰ বেদনাতে জ্বলি পুৰি মৰিছোঁ। তোমাৰ প্ৰিয়তম, গোবিন্দন নায়াৰ।"

হেৰ ফেঁচী, দেখিলি, তোৰ জীয়েৰে কেনেকৈ মোৰ আটাইবোৰ লণ্ড ভণ্ড কৰি দিবলৈ ওলাইছে? এতিয়া তোৰ মগজুৰ ধূলিমাকতিবোৰ অলপ চাফা হৈছেনে?

**পাৰ্ব্বতী :** (আশ্চৰ্য্য, বিফলতা, ক্ৰোধ, অসন্তুষ্টি আদি মিশ্ৰিত ভাবত) হেৰা বুদ্ধিৰ টেটোন, তুমি আমাৰ জাদু আৰু জাল-জুৱাচুৰী বেছ দেখুৱাব পাৰিছা।

**শঙ্কু :** আকৌ মোকেহে ঠেলি কথা কৰ হয়নে? যি হ'ল, হ'ল, যাবলৈ দে, সি চাগৈ এতিয়া তাৰ ঘৈনিয়েকে আমাক ভয় খুৱাই ৰণ জয় কৰিছে বুলি বেছ মনৰ সুখত আছে। মোৰ সম্পত্তিৰ ভাগ পাম বুলি জপ কৰি কৰি বহি থাওক। তাই গৈ নিজৰ ভাগৰ মোনাটো নি তাৰ সমুখত নমাই দিবগৈ।

**পাৰ্ব্বতী :** বাৰু, চিঠিখন পালা কেনেকৈ? তাই চাগৈ পঢ়ি উঠি ক'ৰবাত লুকাই থৈছিল, আৰু তুমি বিচাৰি উলিয়ালা।

**শঙ্কু :** আহা—! শঙ্কু পিল্লাইৰ বুদ্ধিৰ সৈতে কোনে ফেৰ মাৰিব? কোচ্চুৱেলু মনেমনে তাইক লগ ধৰিবলৈ আহিছিল। ধৰা পৰিল। দিলো গোৰ সোধাই। লাহেকৈ চিঠিখন মোৰ হাতত দি গুচি গল।

**পাৰ্ব্বতী :** চিঠিখন পালা কেতিয়া?

**শঙ্কু :** এমাহ আগতে

**পাৰ্ব্বতী :** তথাপি ইমান দিনে মোক কোৱা নাছিলা কিয়—? কি হাৰামী মানুহহে তুমি!

**শঙ্কু :** এতিয়াযে ক'লো সেইটোহে নিৰ্ব্বুদ্ধিতা হ'ল।

**পাৰ্ব্বতী :** ক'ব নালাগিছিল তেন্তে, কোনেও জোৰ কৰা নাছিল।

**শঙ্কু :** কলো বাৰু ঠিকেই আছে। কাকো এই বিষয়ে একাষাৰো নকবি কিন্তু। কলে···হু—। সেই কাৰণেইতো···

**পাৰ্ব্বতী :** ৰ'বা মই ভাবি চাইছো—

**শঙ্কু :** কাব আগত প্ৰথমেই গৈ ভাণ্ডটো ভাঙিবিগৈ, তাকে ভাবিছ চাগৈ?

**পাৰ্ব্বতী :** সেইবোৰ কৰিবলৈ মোৰ তিমান বুদ্ধি নোহোৱা নহয়। মই ভাবি চাইছো, সিহঁতৰ মাজত তাৰমানে কাজিয়াপেচাল একো নাই। ইটেৱে সিটোক ভাল পায়।

**শঙ্কু :** হ'ল যেনিবা, সেই কাৰণে—

**পাৰ্ব্বতী :** ঘপহ কৰে মাজতে ধৰাহি কিয় ? মোক ক'বলৈ দিয়াচোন। মই ভাবিছো, এইবোৰ গন্দগোল কৰি থকাতকৈ, আমি একো হকাবধা নিদি, যি হয়, অলপ-অ'চৰপ তাইৰ ভাগত দি দিওঁ যদি—

**শঙ্কু :** ( অত্যন্ত খঙেৰে ) কিহৰ ভাগটো দিবলৈ আছে অ'। বুদ্ধি দিছে চোৱা ! হোঁহ বেছি উপদেশ দি মোক বলীয়া নকৰিবি। মই মৰালৈকে সিহঁতে যেন সেই আশাত নাচি নাথাকে

**পাৰ্ব্বতী :** তুমি সিহঁতক অসন্তুষ্ট কৰিহে এৰিবা ?

**শঙ্কু :** সিহঁত অসন্তুষ্ট হব—, মোৰ কি লোকচান দাল হ'ল ! কিন্তু মোৰ ধন এসোপা সিহঁতে লৈ যাব, সেইটোহে মোৰ লোকচান। আমাৰ ওপৰত তাই কিছু খং খাব। কিন্তু তাইৰো একো হানি নহয়। সিটো ঘৈণীয়েকৰ কাৰণে মৰিবই পাৰে চিঠিত কি লিখিছে তই জানো শুনা নাই ? সি তাইক এৰিব পাৰিব ? তেন্তে আৰুনো কিটো লাগিছে ?

**পাৰ্ব্বতী :** তাইৰ হানি নহলেনো তাই বাৰু ছমাহ ধৰি ইয়াত থাকিবহি লাগেনে ? তাই জানো ইয়াৰ ভিতৰত কেতিয়াবা তাৰ বিষয়ে কিবা খা-খবৰ লৈছে ?

**শঙ্কু :** হেৰ' সেইবোৰ চাতুৰী খেলা নহয় জানো ? আমি যেতিয়া চিন্তা-ভাবনা কৰি কৰি হাৰাশাস্তি হ'ম তেতিয়া তাইৰ বশলৈ আহিম, এইটোৱেই তাইৰ আশা। কিন্তু তাই এইবোৰ চলচাতুৰী এৰিব লাগিব। তাইক মই কাইলৈকে ইয়াৰ পৰা পঠিয়াই দিম। তই চাই ল'বি।

**পাৰ্ব্বতী :** কি ঠিক। এতিয়ালৈকে নাৰদৰ কামখিনি মঞেই কৰি থাকিলো। সেয়ে যথেষ্ট হোৱা নাই জানো ? তথাপি মই কথা এটা কওঁ ; বতাহ সদায় একেপিনে নবয়।

**শঙ্কু :** এইবোৰ অবোধ তিৰোতাৰ মুখত কি কথা সোমাব ! তই যা, পথাৰত কাম কৰা মানুহৰ বাবে ভাতপানী হৈছেনে নাই চাগৈ। আৰু পাৰ, শুন, মই যিবোৰ ক'লো, কোনেও যাতে জানিবলৈ নাপায়।

**পাৰ্ব্বতী :** মই যাওঁ ৰ'বা, এতিয়াই কৈ দিওঁগৈ। ঢোল পিতি সকলোকে শুনাই থৈ আহোঁগৈ।

( পাৰ্ব্বতী ওলাই যায়। শঙ্কু পিল্লায়ে খোচনাত কাগজখন খুচি থয়। তাৰ পিছত বহি তামোল এখন মুখত সুমায়। জীয়েক পোন্নমা সোমাই

আহে। বয়স পচিশ বছৰমান হ'ব, বৰ বেছি সুন্দৰী নহয়। গাত যথেষ্ট বল থকা যেন লাগে। তথাপি মনত যেন অসুখী ভাব )

**শঙ্কু :** মন্দিৰৰ পৰা বৰ সোনকালে উভটিলি আই। আৰতি সোনকালে শেষ হৈ গ'লনেকি ?

**পোন্নমা :** ( আওকনীয়া ভাবে ) মই মন্দিৰলৈ গৈছিলো বুলি কোনে ক'লে ?

**শঙ্কু :** ( অলপ চিন্তিত ভাবে ) তই তেন্তে ইয়াতে আছিলি নেকি ? মই তোক বহুত পৰৰ পৰা দেখা নাই।

**পোন্নমা :** যি মোক দেখা পাবলৈ নিবিচাৰে, মই ওচৰত থাকিলেও তেওঁ মোক দেখা নাপয়ে।

**শঙ্কু :** ( গম্ভীৰ হোৱা যেন কৰি ) যিবিলাকে চাবলৈ নিবিচাৰে সিহঁতেহে দেখা নাপাবৰ কাৰণে অনেক উপায় চিন্তা কৰে। এই কথাটো যিবিলাকে নাজানে তেওঁলোকে মন্দিৰলৈ বা অন্য কোনো ঠাইলৈ গৈ ব্ৰত-উপাসনা কৰিলে কিজানিবা কিবা লাভ হয়েই, সেই ভাবিহে মই সুধিছিলো আই !

**পোন্নমা :** যাৰ কপালত দুখ আছে, সিহঁত ষলৈকে যাওক লাগে, কি লাভ আছে, দেউতা ?

**শঙ্কু :** ( গহীন আৰু গৰ্বিত ভাবে ) যিবিলাকে দুখ ভুগিব লগা আছে, সিহঁত কলৈকো যাব নালাগে। আৰু নোযোৱা হলেই এইবোৰ একো নহলহেঁতেন। তথাপি সেই বিশ্বাসঘাটক, কপতীয়া বেইমানটোৱে মোৰ ছোৱালীক···

( খং আৰু দুখাৰ ভাও ধৰি )

**পোন্নমা :** ( খং আৰু আশ্চৰ্য ভাবত ) আজি দেউতাই মানুহক শাওশপনি দিম বুলি একেবাৰে ককালত টঙালি বান্ধি লৈছেনেকি ?

**শঙ্কু :** মানুহ ! হায় ভগবান ! সি এটা জানো মানুহ ? মোৰ ছোৱালীক বলীয়া কৰি নচুৱাই ফুৰোৱাই হৈছে তাৰ কাম। বুইছ, ভাল বংশৰ মানুহে সেইবোৰ নকৰে। এৰা সকলো মোৰেই ভাগ্য ! তাক দোষ দিলে কি হব ? ( দুখ প্ৰকাশ কৰে )

**পোন্নমা :** দেউতা আপুনি কাৰ কথা কৈছে ?

**শঙ্কু :** কাৰ কথানো কম আই ? এই বেচেৰা বুঢ়া মোৰ নিজৰে কথা কৈছো।

**পোন্নমা :** আপোনাৰ নিজৰ বিষয়ে ? আপোনাৰ নো আকৌ কি হ'ল ?

**শঙ্কু :** এই অত বয়স হ'লহি, মাত্ৰ এইবাৰেই বেছ ঠগন খালোঁ বুজিছ। বেছিনো আৰু কি ক'ম ?

পোন্নমা : ইমান বেছি দুখ পাবলগীয়ানো কি হ'ল দেউতাৰ ?

শঙ্কু : কি ক'ম আই ! একো নামাতি মনে মনে থকাইহে ভাল হ'ব । ওঁ, সি যেন এটা কথা মনত ৰাখে । মোৰ জীক চলনা কৰি এৰি আন কোনোবা এজনীক চপাই লোৱা কাৰ্য্যক ভগবানে কেতিয়াও সহ্য নকৰে ।

পোন্নমা : ( ভয়খাই ) কি ? আন কোনোবা ? কোন ? কাক ?

শঙ্কু : ( মনৰ ভিতৰত আনন্দ যদিও প্ৰকাশ হবলৈ নিদি দুখৰ ভাও ধৰি ) চপাই লওঁ বুলিলে কোনে কাক লব নোৱাৰে । এয়া কলি যুগ নহয় জানো ?

পোন্নমা : ( বিভিন্ন ভাবে ) আন কাৰোবাৰ কথা কৈছে, নে ?

শঙ্কু : তই চিন্তা নকৰিবি আই, তোক সহায় কৰিবলৈ মই আছো নহয় । মই যে তোক ইমান দিন পোহপাল দি আছো, তালৈ ভৰসা কৰি নহয় আই—

পোন্নমা : কওকচোন দেউতা, সোনকালে কওক, অকোৱা পকোৱা কথাবোৰ কৈ মোক ভয় খুৱাব নালাগে ।

শঙ্কু : ( কপট হুমুনিয়াহেৰে ) মোৰ মুখেৰেই শুনিব খুজিছ আই ?

পোন্নমা : আপুনি ক'ব নোৱাৰা কিনো এনে ঘটনা ঘটিছে ? যিয়েই হওক লাগে কওকচোন ।

শঙ্কু : কিনো কম ! ঠগিলে । সেই মহা পাপীয়ে ঠগিলে । কথাটো এইমাত্ৰ অলপ আগতে জানিলোঁ—কি কাৰণে তোক সি ইমান কষ্ট দিছিল আৰু শেষত তোক ইয়ালৈ পঠিয়াই দিলে ।

পোন্নমা : আপুনিনো কি ভাবিছে ? কিয় তেনে কৰিছিল ? একো নুবুজুৱাব, কওক ।

শঙ্কু : তই জানো সহিব পাৰিবি আই ?

পোন্নমা : মোৰ উশাহ বন্ধ হৈ যাব খুজিছে, কওক দেউতা ।

শঙ্কু : সেই নাৰকীটোৱে আন কোনোবা এঠাইত আকৌ বিয়াৰ প্ৰস্তাৱ দিছেগৈ—

পোন্নমা : ( বজ্ৰপাত পৰাৰ দৰে ) নাৰকী ? কোন ? বিয়া ? কাৰ ?

শঙ্কু : যাৰেই নহওক লাগে, ফলটো একেটাই, নহয়, জানো ? ( খং কৰাৰ ভাও জুৰি ) কিন্তু মই তাক সুদাই নেৰিছো । সি অধমে যেন এই কথা মনত ৰাখে—

পোন্নমা ( থোকাথুকি মাতেৰে ) কোনে ক'লে দেউতা ? কেনেকৈ জানিলে ? কথাটো যদি সঁচা হয় তেন্তে তেন্তে—

শঙ্কু : মোক এনে এজন ভদ্ৰলোকে কৈছে যি কেতিয়াও মিছা কথা কোৱা মানুহ

নহয়। তেখেতক তই চিনি নাপাবি। তেখেতেই মোক খবৰটো দিলে। মইনো বাৰু কেনেকৈ বিশ্বাস নকৰাকৈ থাকোঁ?

**পোন্নমা :** কিন্তু মই কেনেকৈ বিশ্বাস কৰোঁ দেউতা তেওঁ এনে কমো কৰিব?

**শঙ্কু :** সি নকৰিব? মইনো আৰু কি ক'ম আই? এইবোৰ সকলো মোৰেই কৰ্ম্মফল। সেই বদমাচটোৰ হাতত ময়েই তোক গটাই দিয়া নাছিলো জানো? আৰু সেই কাৰণেই আজি তোৰ এই দুৰ্ভাগ্য।

**পোন্নমা :** আপোনাৰ বন্ধুৱে কৈছিল নেকি কাৰ লগত বা ক'ত.........

**শঙ্কু :** ক'ত? অ'-মই পাহৰি গ'লো অ'—। তাতে কৰবাত কোনোবা ডাঙৰ মানুহ এঘৰৰ ছোৱালী বোলে। সিটো পইচাৰ বাবেই সদায় হাহাঁকাৰ কৰি থাকে। অৱশ্যে তেওঁলোকে এতিয়াও কথা দিয়া নাই। আমি কিজানি কিবা কাজিয়া লগাওঁ, তেওঁলোকৰ তেনে সন্দেহো হ'ব পাৰে।

**পোন্নমা :** তেন্তে এই কামৰ বাবে...ঠিক আছে...মোক ইয়ালৈ পঠাই দি ইমান দিনে সেই কামটোকে কৰিলে! বিশ্বাস ঘাটক দুৰাচাৰ—

**শঙ্কু :** সেই বাবেইতো ইমান দিনে সি মোৰ সম্পত্তিৰ ভাগ কৰি তোৰ নামত দিয়াৰ কথা কৈ আছিল। তেতিয়া যদি মই সহজ ভাবে বিশ্বাস কৰি ভাগ কৰি দি দিলোহেতেন—

**পোন্নমা :** মই ইয়ালৈ গুচি অহাটোৱেই ভাল নহ'ল। মই নহা হ'লে এইবোৰ ঘটনা হ'ব পাৰিলেহেঁতেন জানো?

**শঙ্কু :** গুচি আহিলি কিটো হ'ল? সি আঁতৰি গৈছে যাবলৈ দে। তই চিন্তা নকৰিবি আই। ভগবানৰ কৃপাত তই সুখেৰে জীৱন কটাবাৰ বাবে প্ৰয়োজনীয় টকা-পইচা খিনিৰ অভাৱ তোৰ ইয়াত ন'হব।

**পোন্নমা :** (হঠাৎ দৃঢ় সিদ্ধান্ত লৈ) নহয় দেউতা। মই এটা কথা জানি ল'ব লাগিব। এবাৰ তেওঁক দেখাৰ পিছতহে যি হয় কৰিব লাগিব। দেউতা, মই আকৌ তালৈ উভটি যাম—

**শঙ্কু :** (উদ্দেশ্য সিদ্ধি হোৱাৰ সম্ভাৱনাত লাভ কৰা আনন্দখিনি যেন লুকাই ৰাখি) তই কলৈকো যাব নালাগে আই। মই তোক যাবলৈ নিদিওঁ। তই আকৌ তালৈ উভটি যাবলৈ ওলাইছ? সি যদি তোক মাৰ-ধৰ কৰি খেদি পঠিয়াই?

**পোন্নমা :** যি হয় হব। মই যাম। আজিয়েই যাম। তাৰ যদি সাহ আছে সি মোৰ সমুখা-সমুখিকৈ কথা হওক।

শঙ্কু : আৰু বেছি অপমানলৈ যাব নালাগে আই। তই ইয়াতে থাক তাৰ যি হয় হবলৈ দে।

পোন্নমা : নাই মই নোযোৱাকৈ থাকিব নোৱাৰো। মোৰ লগত আৰু কোনো যাব নালাগে, মই অকলেই যাম।

শঙ্কু : কামটো কিন্তু অনুচিত হ'ব। তোক আকৌ পঠাবলৈ মোৰ অকনো ইচ্ছা নাই। তথাপি তোৰ যি ইচ্ছা। কাৰণ ময়ো আকৌ তোৰ দুখৰ কাৰণ হ'বলৈ নিবিচাৰো। যিয়েই হওক, তই কাইলৈ মানে যোৱাটো কৰ।

(কেশৱ পিল্লাই সোমাই আহে। পঞ্চলিশ বছৰ মান বয়স হ'ব। দেখাৰ লগে লগেই যেন বুজিব পাৰি তেওঁ বৰ তজবজীয়া ধৰণৰ মানুহ। কথা আৰু চালচলনত সজীৱতা লক্ষ্য কৰা যায়)

শঙ্কু : অ' কেশব পিল্লাই দেখোন আহক আহক

পোন্নমা : এতিয়া সকলো কথা জনা যাব। কেশৱ মামাই নজনা কথা একো নাই

শঙ্কু : আই, তই ভিতৰলৈ যা, আমি অলপ কথা হওঁ।

পোন্নমা : মইও জানো সকলো কথা জনা উচিত নহয় ? ময়েই সোঁধোচোন—

শঙ্কু : তই নালাগে সুধিব। মই সকলো জানি লৈ তোক ক'ম।

কেশৱ পিল্লাই : (বহি) তেন্তে আটাইবোৰ কথা ইয়াত জনাজনি হৈ গৈছে

শঙ্কু : (সঙ্কোচেৰে) এঁ? কি কথানো ? পোন্নমা তই ভিতৰলৈ যাচোন

পোন্নমা : অলপ অলপ শুনিছো মামা। কিন্তু একো বুজিব পৰা নাই। মামাই নিশ্চয় জানে, কওকচোন আপুনিয়েই সকলো কথা—

শঙ্কু : (অধিক সঙ্কোচেৰে) পিল্লাই আমি বাহিৰলৈকে যাওঁ বলক, তাতে কথা পাতোগৈ। আহক (বহাৰ পৰা উঠে)

কেশৱ : নাই ভাই, পোন্নমাৰ পৰানো কিয় লুকাওঁ। তাই সকলো জানিব লাগে।

শঙ্কু : (ভীত ভাবে) কি জানিব লাগে তাই জানিবলৈ কিটো হৈছে ?

পোন্নমা : (বিমূঢ় ভাবে) একো হোৱা নাই দেউতা ? আপুনি আকৌ কি কৈছে ? একোৱেই হোৱা নাই যদি অত পৰেনো আপুনি মোক কি কৈ আছিল ?

শঙ্কু : ৰচোন ৰ, তোৰ কথাৰ লগত এওঁৰ কথাৰ সম্পৰ্ক নাই। এইটো এটা বেলেগ কথা। আমি ওলাই যাওঁ বলক কেশৱ পিল্লাই

কেশৱ : বেপাৰত লোকচান হোৱা কথাটো তাইও জানিব নালাগিছিল জানো ?

পোন্নমা : বেপাৰ ? কিহৰ বেপাৰ ? কাৰ লোকচান হ'ল মামা ?

কেশৱ : তই সঁচাই নাজান নেকি ? তইত বাপেৰ জীয়েৰ আৰু জোৱাঁয়েৰে মিলি যে

বেপাৰ পাতিছিলি আৰু সেই বেপাৰত লোকচান হ'ল,—কথাটো তই গম নাপাৱনেকি ?

শঙ্কু : ( ভীত ভাবে ) পিল্লাই, আপুনি কি কথাবোৰ কৈছে ?

কেশৱ : কৈছো যে শঙ্কু পিল্লাইৰ বেপাৰ নষ্ট হৈছে, পোন্নমা আৰু গোবিন্দনৰ বেপাৰো নষ্ট হ'ল বুজি পালি ?

পোন্নমা : মাম', আপোনাৰ কথাবোৰ একো বুজা নাই পৰিষ্কাৰ কৰি কওকচোন ।

শঙ্কু : এতিয়া থাওকচোন পিল্লাই, পিছতো আমি কথা হ'ম ।

কেশৱ : এইটো কেনে কথা ? বেচেৰী যে একেবাৰে দেৱলীয়া হ'ল কথাটো তাই জানিব নালাগে জানো ?

শঙ্কু : কি কৈছে ? দেৱলীয়া হ'ল ? কিহৰ দেৱলীয়া ? কোনে দেৱলীয়া কৰিলে ?

পোন্নমা : দেউতাই এতিয়া যেনেকৈ সুধিছে যেন তেখেতে একোকে নাজানে। অলপ আগলৈকে আমি তেওঁৰ কথাকে পাতি থকা নাছিলো দেউতা ? এতিয়া আকৌ আপুনি এনেকৈ ভয় খাবলগা হৈছে কিয় ?

কেশৱ : তেনেহলে মই দেখোঁন একো কোৱাৰে প্ৰয়োজন নাই । আগতেই জানিছে যদি ভালেই হ'ল——

শঙ্কু : নহয় পিল্লাই, মই একো নাজানো, গোসানীৰ শপত মই একো ক'ব নোৱাৰো। আপুনি কি জানি আহিছে বেগাই কওক ।

পোন্নমা : ( বিৰক্ত ভাবে ) দেউতাৰ বুদ্ধিভ্ৰষ্ট হৈছেনেকি ?

কেশৱ : অকল দেউতাকৰেই নহয়, জীয়েকৰো আৰু সেই জোয়াঁয়েক গোবিন্দন নায়াৰৰো বুদ্ধি ভ্ৰষ্ট হৈছে। বাৰু আপোনালোকেনো কি শুনিছে কওকচোন মোৰটো বাৰু পাছতে ক'ম ।

শঙ্কু : আপোনাৰ গাৰ অ'াৰ হ'বলৈ, আমি সঁচাই একো নাজানো। আপুনি কি জানিছে কওক

পোন্নমা : কি একো জনা নাই ? কিয় মিছা মাতিছে দেউতা ?

কেশৱ : আজিলৈকে যিজন মানুহে কোনো কথাতে সঁচা কথা কৈ নাপালে তেওঁৰনো আজি আকৌ মিছা মাতিবলৈ কি কষ্ট হ'ব ?

শঙ্কু : কোনেও মোক সঁচা কোৱা মিছা কোৱা উপদেশ দিব নালাগে ।

কেশৱ : মই কাকো এতিয়া উপদেশ দিবলৈ যোৱা নাই। যি য'ত উপদেশ দিব লগীয়া আছিল মই সময়ে সময়ে দি আহিছো এতিয়া আৰু কিবা নতুন উপদেশ

দি একো লাভ নহ'ব। বাপেক, জীয়েক আৰু জোৱাঁয়েক তিনিও সময়ত উপদেশ নামানিলে। তাৰ ফল এতিয়া ভোগ কৰক।

শঙ্কু : মই বাৰু আপোনাৰ সকলো মানি লৈছো। এতিয়া ভূমিকা এৰি, সময় নষ্ট নকৰি, আচল কথাটো ক'বনে ?

কেশৱ : তাৰমানে কোনেও কথাটো শুনা নাই ! মই সকলোকে আগেয়ে কৈছিলো। তেতিয়া মইহে কিজানি বুৰ্ব্বক আছিলো। আৰু আজি ?

শঙ্কু : আজিনো কি হ'ল ?

পোন্নমা : কি হ'ল মামা ? ভগবানৰ শপত কওক, কিমান জ্বলাই আৰু ?

কেশৱ : আজি বাৰু কত আছে আপোনাৰ জোৱায়েক ? এতিয়া সি হাৰিল-নে আপুনি হাৰিল ? আৰু পোন্নমা তোৰ সৈতে লগ লাগি বাপেৰৰ ঘৰৰ ধনৰ ভাগ ল'বলৈ বন্দী কৰি তোৰ গিৰিয়েৰ এতিয়া ক'ত আছে ? পিছে তোৰ দেউতাৰ হাৰিলনে, তই হাৰিলি ? বাৰু সেই কথা যাবলৈ দে। কোনো এটাও জিকিব নোৱাৰিলে—

পোন্নমা : তেন্তে মামাই কোৱা মতে দেউতাই কোৱা কথা সকলো সত্য ?

শঙ্কু : কওকচোন আপুনিয়েই বাৰু, সি কি কৰিলে ?

কেশৱ : পোন্নমাক দেউতাৰে বা কি কৈছে, মই কেনেকৈ জানিম ? মই অৱশ্যে সেইটো জনাবো আৱশ্যক নাই।

শঙ্কু : মই মিছা কথা কৈছিলোঁ।

পোন্নমা : মিছা কথা কৈছিল ? কি ক'লে ? আপুনি অলপ আগলৈকে যিবোৰ কথা কৈ আছিল সেইবোৰ কি আদ্যপন্ত মিছা ?

শঙ্কু : ( লজ্জিত হৈ ) সেইবোৰ মই এনেয়ে কৈছিলোঁ আই।

পোন্নমা : তাৰমানে মোক ইয়াৰ পৰা খেদাৰ উপায় আছিলনেকি সেইবোৰ ? আপুনি মোৰ দেউতা বুলি ক'বলৈ লাজ নাপায় ? আপুনি যে কিবোৰ ভাও দেখুৱাই আছে !

কেশৱ : তয়ো বৰ বেছি কথা নকবিচোন। জীয়েক বুলি ক'বলৈ এশবাৰ লাজ পাবে লাগে বুজিছ। এই ছমাহে তই মাৰ বাপেৰৰ ওচৰত ভাও জুৰি থকা নাই ? তয়েই আকৌ এতিয়া আনৰ গাত দোষ পেলাব খোজ ? তোৰো বৰ ন্যায়সঙ্গত কথা হৈছে দে !

শঙ্কু : মই ভাইৰ সেই কথা জানিছিলো। আৰু সেই কাৰণেই সহ্য কৰিব নোৱাৰি ময়ো মিছা কথা কৈছিলো। আই তই মোক ক্ষমা কৰ।

**কেশৱ :** আহ্ সহ্য কৰিব পৰা নাছিল ? এৰা, কেনেকৈ পাৰিব সহিব ? নিজৰ জীয়েকৰ সৈতেই আজিলৈকে আপুনি যি সততাৰে চলিছে ! অন্যায় কৰি ধন ঘটিলে, মিছা আশা দি জীয়েকৰ বিয়া পাতিলে, বহুতকে বুৰ্ব্বক কৰি ক'লা বজাৰখন চহকী কৰিলে, সকলোকে চকুত ধূলি দি ঠগিব পাৰে বুলি সদায় গৰ্ব্ব, পিছে নিজৰ জীয়েকৰ চতুৰালী হলে সহিব নোৱাৰিলে। বিয়াৰ পাছত আপোনাৰ জী-জোঁৱাই প্ৰেমপ্ৰীতিত অন্ধ হৈ থাকিব, আৰু তাৰে সুবিধা লৈ আপুনি নিজৰ প্ৰতিশ্ৰুতি নৰখাকৈ থাকিব পাৰিব, সেইটোৱেই আছিল আপোনাৰ ধাৰণা। ক'বলৈ গ'লে, আপুনি এজন অতি উচ্চ শ্ৰেণীৰ চোৰ—, নাইবা—

( শঙ্কুৱে ক'ব নোৱাৰা হৈ তধা লাগি চাই থাকে )

মনে মনে থাকিল কিয় ? এতিয়া কান মুখ সকলো বন্ধ দেখোন ! কতবাৰ ক'লো, এইবোৰ বেয়া কাম ভাই, নকৰিবা। জীজনীহে ডাঙৰ, ধনবিত ডাঙৰ নহয় মই বাৰে বাৰে ক'লো সেই কথা। আপুনি জানো মোৰ কথালৈ কান দিলে ? কিন্তু এতিয়া আৰু ধনসম্পত্তি কাকো দিয়াৰ আৱশ্যক নাই। সম্পত্তিৰ দৰেই নিজৰ জীয়েককো ঘৰতে ভালকৈ ৰাখি থওক। তাৰ ওচৰলৈ আৰু পঠিয়াই নিদিব। সি ভাড়াঘৰৰ কাৰণে তিৰোতা এজনী পালে। তাইৰ লগত তাৰ প্ৰেম আৰম্ভ হ'ল। একেবাৰে প্ৰেমত পগলা হৈ পৰিছে এতিয়া। তাৰ আৰু এতিয়া আপোনাৰ ধনৰ আৱশ্যকতা নাই।

**পোন্নমা :** ভাড়া ঘৰ ? তিৰোতা ? প্ৰেম ? এইবোৰ কিহৰ কাহিনী শুনাইছে মামা ?

**শঙ্কু :** তেন্তে সি কামটো সচাই কৰিলে ? আইজনী অ'—হঁায়—

**কেশৱ :** সি তেনে কামেই কৰিব ! তাৰ লক্ষ্য হৈছে কেনেকৈ ধন গোটাব পাৰি। সি বিয়াও কৰাইছিল ধন আৰ্জ্জিবৰ কাৰণেই। মই তাক শুধৰাবলৈ চেষ্টা কৰিছিলো। পিছত সি ঘৈনীয়েকৰ লগত বুদ্ধি পাঙি শহুৰেকৰ ধনৰ মোনা সৰকাবলৈ চেষ্টা কৰিলে। এতিয়া পিছে কি হ'ল ? এটা কনাকড়িও নথকা এজনীৰ প্ৰেমৰ জালত মেৰ খালেগৈ সি। প্ৰেম—প্ৰেম ! তাৰ নিচিনাটোৰ আকৌ প্ৰেম ! ছমাহ ধৰি ঘৈনীয়েক আতঁৰত।...এই কাষত আছে। আটাই-বোৰ কথা কওঁনো কেনেকৈ ? শুনিলে প্ৰেমৰ লেতেৰা গেলাপচা ৰূপটোহে সকলোৰে মনত ভাঁহিব।

**শঙ্কু :** সকলো মোৰেই ভুল, মোৰেই অপৰাধ পিল্লাই। আপোনাৰ উপদেশ নুশুনাৰ

ফলতে এইবোৰ হ'বলৈ পালে। মই তেতিয়া অহঙ্কাৰৰ বাবে ভাল বাট দেখা নাপালোঁ।

**পোন্নমা :** নহয় দেউতা, মই এতিয়া বুজিছো মইহে আচল অপৰাধী। মইহে অন্যায় কৰিছো। হঁয় কথাবোৰ যদি তেতিয়া ভালদৰে বুজিলোহেঁতেন।...

**কেশৱ :** অপৰাধ সকলোৱেই কৰিছে। এতিয়া আমি মাত্ৰ পৰিস্থিতিবোৰ বাধা দিবলৈহে চেষ্টা কৰিব পাৰোঁ।

**পোন্নমা :** এতিয়া মোৰ কাৰণে মোৰ আপুনিয়েহে একমাত্ৰ ভৰসা। মামা কিবা প্ৰকাৰে আপুনি আমাক ৰক্ষা কৰক। আপোনাক মিনতি কৰিছো মামা—

**শঙ্কু :** সঁচা কেশৱ পিল্লাই, আপুনিয়েহে আমাক এই বিপদৰ পৰা উদ্ধাৰ কৰিব পাৰিব। আমাক আৰু নেৰিব। আপুনি ইচ্ছা কৰিলে সকলো ঠিক হৈ যাব।

**কেশৱ :** কি কৰিম! মানুহ যিমানেই বুদ্ধিয়ক নহওক, উচিত সময়ত উচিত কাম নহলে ঘটনাৰ পৰিণাম সলনি কৰিব নোৱাৰি। সেই মানুহজনী এতিয়া গৰ্ভৱতী—

**শঙ্কু :** হে হৰি, ইমান দূৰ আগ বাঢ়িল!

**পোন্নমা :** হায় মামা, মোৰ তেনে আৰু কোনো ভৰসা নাই।

**কেশৱ :** ভৰসা আছে। অন্ততঃ তইঁত বাপেৰ জীয়েৰৰ ভৰসা হ'ব। অৱশ্যে তাৰ আৰু দেৱী আছে। তইঁত দুটাৰ চেতনা আহিছে। তইঁত দুয়ো অন্ততঃ নিজৰ-নিজৰ ভুলবোৰ বুজিব পাৰিলি!

**শঙ্কু :** এতিয়া বুজাৰ পৰা আৰু লাভ কি? সকলোবোৰতো শেষেই হৈ গ'ল!

**পোন্নমা :** ভঙা আয়নাৰ টুকুৰা জঁানো জোৰা লগাব পাৰি মামা?

**কেশৱ :** চিন্তা নকৰিবি আই। এবাৰ ভুল হ'লেই মানুহৰ জীৱন লীলা শেষ হৈ নাযায়। ভুল বুজি উঠি নতুনকৈ জীৱন আৰম্ভ কৰিব লাগে। এটা ভুলৰ বাবেই যদি একোটা জীৱন শেষ হৈ যাব লাগে, তেতিয়া হলে এই বিশাল সংসাৰত কোনো জীৱই নাথাকিলহেঁতেন। ময়ো জঁানো কতবাৰ ভুল কৰা নাই? তোমালোকে জঁানো মোৰ সেই ভুলৰ ৰামায়নখন নাজঁানা?

**পোন্নমা :** আমি নাজানিম কিয়? সমস্ত পাৰিবাৰিক সম্বন্ধ পাহৰি ৰাজহুৱা কামত আপুনি আজি নিজকে সঁপি দিছে। আমি জঁানো আপোনাৰ সমান হ'ব পাৰিম মামা?

**কেশৱ :** ময়ো প্ৰথমে ভয় খাইছিলো, কান্দিছিলো। কিন্তু আজি মোৰ অন্তৰত কোনো দুখ নাই, কোনো দৈন্য নাই, ভয় চিন্তা ভাবনা একো নাই। মোৰ মন

আজি শিলৰ দৰে কঠিন। কিন্তু মানুহক মই আজিও ভাল পাওঁ। মই সদায় একেটা পাঠকে মনত পেলাওঁ—মানুহে ভুল কৰিব পাৰে, কিন্তু সেইবুলি মানুহক ঘৃণা কৰিব নাপায়। স্ত্রী-পুত্র-কন্যাই প্ৰবঞ্চনা কৰিছে, ওচৰচুবুৰীয়া, আত্মীয় কুটুম্বই বিশ্বাসঘাটকতা কৰিছে, তথাপি মোৰ কিয় জ'ানো, হয়তো মই বুৰ্ব্বক—নিৰ্ব্বোধ মোৰ ভাব হয়—

**শঙ্কু :** এইবোৰ বেদান্তৰ কথা মোৰ দৰে মূৰ্খই কি বুজিব পিল্লাই? আমি আজি নিঃশেষ হৈ গৈছো, মই মাত্র সেইটোকেহে বুজি পাইছো।

**পোন্নমা :** মামাই বাৰু আৰু এটা সহায় কৰিবনে? মোৰ স্বামী নামৰ যুবকজনকো ৰক্ষা কৰিবনে? মই তেওঁক ঘূৰাই বিচৰা নাই। কিন্তু আমাৰ দৰে তেওঁৰো মূৰৰ অন্ধকাৰ যদি আঁতৰি গ'ল হেতেন!

**কেশৱ :** তাৰ বাবে এতিয়াও সময় আছে আই। মই বাৰু অলপ ঘূৰি আহোঁগৈ।

## পাত্ৰ

বুঢ়া নাৱৰীয়া

এজন বাপেক

এজন ডেকা ( বুঢ়া নাৱৰীয়াৰ ডেকা বয়স )

গিৰিজা ( ডেকাৰ প্ৰেয়সী )

গাভৰু ( গিৰিজাৰ জীয়েক )

সক লৰা

সক ছোৱালী

বিভিন্ন কণ্ঠস্বৰ

গাওঁৰ নদীৰ পাৰ। সময় নিশা। মাজে মাজে দূৰৰ পৰা ওঁ ওঁ ধ্বণৰ এটা শব্দ ভাঁহি আহে। নদীৰ পাৰৰ গছৰ পৰা নদীৰ পানীত ফল সৰি পৰাৰ শব্দ হয়।

এজনী ছোৱালীয়ে ( দূৰৰ পৰা ) কোৱা শুনা যায়—"ঐ সিপাৰলৈ যাবলৈ ইয়াত কাৰো নাও নাইনেকি অ' ?"

কিছুসময় নীৰবতা, এটা কুকুৰে ভুকাৰ শব্দ।

**গাভৰু** : ইয়াত কোনো নাইনেকি ?

**বুঢ়া** : হেঁ, কোন সেয়া ?

**গাভৰু** : মই। সিপাৰলৈ যাব লাগে। এইখিনি আহি পাওঁতে পলম হৈ গ'ল।

**বুঢ়া** : ( বহাৰ পৰা উঠিবলৈ চেষ্টা কৰি ) পিছে বহুত পলম হ'ল—

**গাভৰু** : কি কৰোঁ ! মই যে এতিয়াই সিপাৰলৈ যাব লাগে।

**বুঢ়া** : মই এতিয়া নোৱাৰিম, ভাগৰত উঠিবই নোৱাৰা হৈ আছো।

**গাভৰু** : তেনেকৈ ক'লে নহয় ককাই। মোক যেনেতেনে অলপ সহায় কৰিবই লাগিব। বৰ জৰুৰী কাম এটা আছে। এবাৰ যেনেতেনে······

**বুঢ়া** : আইটিৰ মাত মই আগেয়েও শুনিছো যেন লাগে। বাৰু ৰ'বাচোন ওঁ মই এই চাকিটো জ্বলাই লওঁ—দিয়াচলাইটো ওঁ পাইছো—

**গাভৰু** : চাকিনো কেলৈ ? সুন্দৰ জোনাক আছে—

**বুঢ়া** : এৰা বৰ বঢ়িয়া জোনাক। ওনামৰ জোনাক ( হাঁহি ) এৰা, এই বয়সত জোনাক সুন্দৰ লাগেই। অকলে আহিছানেকি আইটি ! ( আকৌ হাঁহি ) ৰ'বা মই বঠাপাত লৈ লওঁ। নক'লাযে—অকলেনেকি ?

**গাভৰু** : অকলেই। আহাঁ যাওঁ—

**বুঢ়া** : পিছে, এই নদীত, এনে জোনাকত অকলে যোৱাত আচল সোৱাদ পোৱা নাযায়। ( হাঁহি ) কোনোবা এজন লগত থাকিব লাগে। নাৱৰ সিটো মূৰত টিঙত বহি গীত গাই গাই যাব। এই বুঢ়াই চকু মুদি মুদিইটো মূৰৰ পৰা নাও বাই যাব। মাজত আইটি বহি যাব। ওঁ কিমান ভাল লাগিব ! এৰা সুন্দৰ জোনাক ! ব'লা ব'লা যাওঁক। ( কুকুৰে ভুকাৰ শব্দ ) অ' চোৱা আকৌ ই ভুকিবলৈ লাগিল। বোপাই, তই ইয়াতে থাক ; দিগদাৰ নকৰিবি। ( গাভৰুক উদ্দেশ্য কৰি ) মই এতিয়া যাবলৈ ওলোৱাটো ই ভাল পোৱা নাই বুজিছা ?

( কুকুৰক ) এতিয়াই আহিমগৈ, তই বৈ থাক ইয়াতে, মোলৈ বাট চাই। ( হাঁহি ) ময়ো তোলৈ মনত কৰিয়েই সোনকালে আহিমগৈ।......অ' দুৱাৰখন বন্ধ কৰা নাই, ৰ'বা। পিছে বন্ধ নকৰিলেও একো লোকচান নাই।

গাভৰু : তোমাৰ আৰু লগত কোনো নাইনেকি ?

বুঢ়া : ই আছে নহয়, এই ভুকি থকাটো। ইয়েই লগ। সি সকলো চাই থাকিব নহয়।

গাভৰু : ( নিজকে কোৱাৰ দৰে ) বৰ সুন্দৰ জীৱন। ( বুঢ়াক উদ্দেশ্য কৰি ) নাও ক'ত আছে ?

বুঢ়া : সৌ বকুল গছ জোপাতে বন্ধা আছে। ঢৌ বোৰে নিচুকনি গাই আছে যদিও তাই শোৱা নাই।......মোৰ নিচিনাই।......কেতিয়াবা ভাবোঁ এই নদীখনৰ বাৰু কোনোদিনেই ভাগৰ নালাগেনে। ( হাঁহে ) এৰা টোপনিও নাই, ভাগৰো নাই।

( চৰাই কেটামানে কলকলোৱা শব্দ )

গাভৰু : এই ঠাইত চৰাইবোৰৰো টোপনি নাই যেন লাগে। সেয়া দুটামানে কলকলাই আছে।

বুঢ়া : প্ৰত্যেকে যেন নিজৰ নিজৰ আশাৰ বস্তুলৈ বাট চাই বৈ আছে।...... কেনেকৈনো শোৱে ?

গাভৰু : বাৰু ককাই, আজি ৰাতিপুৱাই এজনী বেমাৰী তিৰোতা মানুহক তুমি সিপাৰত থৈ আহিছিলানেকি ? বোধহয় এখন কাৰত এই ঘাটলৈকে আনিছিল। লগত তিনি চাৰিজন মানুহ আছিল।

বুঢ়া : ওঁহো, মই নেদিখিলো। আজি ?

গাভৰু : হয়।......বাৰু কোনো কথা নাই......বলা ককাই সোনকালে যাব লাগে।

( নাৱৰ শিকলি খোলাৰ শব্দ )

বুঢ়া : ওঁ উঠা। লাহে লাহে......কাষত ভৰি নিদিবা......মোৰ হাতত ধৰা...... চাবা......চেণ্ডেল জোৰ পিচলিব চাবা অ' তেনেকৈ ভয় নকৰিবা ওঁ সেই তক্তাখনৰ ঠিক মাজতে বহি থাকা। এইখন নাৱত বুজিছা—একুৰি মানুহ বহিব পাৰে।

গাভৰু : মোৰ একো ভয় নাই।

বুঢ়া : তুমি সাঁতুৰিব জানানেকি ?

গাভৰু : নাজানো—

বুঢ়া : এৰা নগৰত নলাৰ পানীহে আছে। নহয় জানো ? ইয়াত অথাই পানী। ( হাঁহি ) ভয় লাগিছেনেকি ?

গাভৰু : নাই, সাবধানে যাবা—

বুঢ়া : মই আছো নহয় ? একো ভয় নাই।

( নাও চলাৰ শব্দ )

এৰা কেনে সুন্দৰ জোনাক। মই পিছে আইটিৰ মাত ক'ৰবাত শুনা শুনা যেন লাগিছে। যেন বৰ ভালকৈয়ে চিনি পাওঁ।

গাভৰু : জানেঁ৷ ? কেনেকৈনো শুনিবা ? তোমাৰ লৰাছোৱালী আছেনে ?

বুঢ়া : মোৰ ? ( হাঁহি ) এই নাৱেই মোৰ জীয়াৰী। বৰ বুদ্ধিমতী জীয়াৰী, নহয়নে আইটি ? ( হাঁহে ) মোৰ ঘৈনী নাই। আই বোপাইও নাই। আৰু কোনো নাই। ( মাতটো হঠাৎ কৰুণ সেমেকা হয় ) আইটিলৈ, নাজানেঁ৷ কিয়, মোৰ যেন বৰ মৰম উপজিছে। কি কাৰণে বাৰু ? ইয়াৰ আগেয়ে তুমি কেতিয়াবা মোক লগ পাইছিলানে বাৰু ?

গাভৰু : ওঁহো। মইতো দূৰত নগৰত থাকোঁ।

বুঢ়া : কিবা কিবা এক ধৰণৰ চেনেহ মমতা, যেন মোৰ মনৰ চুক এটা কিবা মুকলি হৈ পৰিছে। কিবা যেন পোহৰ এছাটি। নাজানো কি হব। অলপ পৰ পিছততো তুমি গুচি যাবাগৈ নহয়নে ? বাৰু এই অলপ সময় তোমাক মই মোৰ জী এজনীৰ দৰেই ভাবি লওঁ—

গাভৰু : মোৰো জীৱনত দেউতাৰ মৰমৰ অভিজ্ঞতা নাই। কোনোবাই মোক 'জীয়াৰী' বুলি ভাবিলে মই বৰ আনন্দ পাওঁ।

বুঢ়া : আচৰিত।......নিশাটো কেনে সুখৰ যেন লাগিছে। আইজনী সকৈকে গীত এটাকে নোগোৱা কিয় ?

গাভৰু : মোৰ মনত আজি বৰ দুখ। কি গীতনো গাম ?

বুঢ়া : কিবা এটা গুনগুনাইয়ে যোৱাচোন

গাভৰু : হুম্।

( 'অ' খেলাৰ নাও' এই ধৰণৰ কথাৰে আৰম্ভ হোৱা গীত এটা গাবলৈ ধৰে। দুশাৰী মান গাওঁতেই হঠাৎ বুঢ়া উত্তেজিত হৈ পৰে আৰু ঘনাই উশাহ ল'বলৈ ধৰে। গাভৰুৱে বুঢ়াৰ সেই অৱস্থা লক্ষ্য কৰি ভয় খায়। গীত বন্ধ কৰে )

বুঢ়া : বন্ধ কৰা বন্ধ কৰা আই এই গীত। এইটো মই গোৱা গীত। তুমি কেনেকৈ শিকিলা ? কোনে শিকালে তোমাক এই গীত ?

গাভৰু : মোৰ মনত নাই। মই সৰু কালৰ পৰাই এইটো গীত গাই আহিছো। কিন্তু তুমি কিয় ইমান উত্তেজিত হৈছা ?

**বুঢ়া :** ঠিক, সেই মাত ৷ সেই কণ্ঠ ৷······ওঁ, এই গীত মোৰ জীৱনৰ আঁহে আঁহে বিয়পি আছে ৷ চল্লিশ বছৰ আগেয়ে······সুদীৰ্ঘ চল্লিশ বছৰ আগেয়ে এই নদীৰ ওপৰেদি নাও বাই যাওঁতে মই, সেই গীত গাইছিলো ৷ তেতিয়া মোৰ লগে লগে মোৰ কান্ধত মূৰ থৈ সেই গীত গাইছিল এজনী সৰু ছোৱালীয়ে ৷ সেই ঘটনা আজিও মোৰ মনত জিলিকি আছে ৷ সেই সুৰ মোৰ মনত ভাঁহি আছে ৷ ( পটভূমিৰ পৰা অব্যক্ত স্বৰত এটি গীত ভাঁহি আহে ) ৷ ময়ো গাইছিলো, আইজনী, ময়ো গীত গাইছিলো ৷ সেয়া এক দীঘল কাহিনী ৷

**গাভৰু :** কি সেই কাহিনী বাৰু ? তুমি কোৱাৰ লগে লগেই মই গীত গাবলৈ আৰম্ভ কৰিছিলো ৷ তুমিও মোক নিজৰ জীয়েকৰ দৰে ভাবি লৈছা ৷ মই তোমাক তোমাৰ সেই কাহিনীৰ কথা সুধিলে নকবা জানোঁ ?

**বুঢ়া :** ক'ম ক'ম আই ৷ মোৰ সেই চকুলোৰ কাহিনী ৷ মোৰ সেই গোটেইবোৰ কথাই মনত আছে ৷ গোটেইবোৰ মানে, মনত ৰাখিবলৈ, সেই একেটাই মাথোঁন কথা ৷······হয়তো আনৰ কাৰণে একো মনত ৰাখিব লগীয়া কথাও নহয় ৷

**গাভৰু :** তথাপি কোৱাচোন ! মই কিজানি তোমাৰ দুখ পাতলাব পাৰোৱেই ৷ কাৰণ ময়ো হয়তো তোমাৰ দৰেই যন্ত্ৰণাত জৰ্জ্জৰিত ৷ চকুলোৱেহে চকুলোৰ মূল্য বুজিব পাৰে ৷ কওকচোন আপোনাৰ কথাবোৰ ৷

**বুঢ়া :** ক'ম···ক'ম···মই তেতিয়া পঢ়ি আছিলো···ওঁ এদিন গধূলি পৰত এই নদীৰ বুকুতে······

( বীনাৰ সুৰ-লহৰীয়ে অতীত ঘটনা অৱতাৰণা কৰিবৰ কাৰণে আবহ সৃষ্টি কৰে )

## অতীতৰ দৃশ্য

**লৰা :** দুখ কৰি আছা কিয় ?

**ছোৱালী :** মই সিপাৰলৈ যাব লাগে ৷

**লৰা :** নাও পোৱা নাইনেকি ?

**ছোৱালী :** নাই ৷ আমাৰ পিনৰ নাও এখনো দেখা নাই ৷

**লৰা :** তোমাক দেখি এনে লাগিছে যেন তুমি কিবা বিপদত পৰিছা ৷

**ছোৱালী :** ঘৰলৈ উভতি যোৱা পলম হ'লে দেউতাই মাৰিব ৷

**লৰা :** মোৰ নাৱতে লৈ যাওঁ ব'লা। উঠা (ক্ষন্তেক নীৰব) নাৱৰ তলিখন তিতি আছে।

**ছোৱালী :** একো নহয়

(নাও বোৱাৰ শব্দ)

**লৰা :** স্কুলৰ পৰা আহোঁতে আজি কিয় পলম হ'ল।

**ছোৱালী :** স্কুলত আজি এখন সভা আছিল

**লৰা :** বার্ষিক অধিবেশন ?

**ছোৱালী :** বার্ষিক অধিবেশন নহয়। এখন বিচিত্রানুষ্ঠান হ'ব ; তাৰে আলোচনা হৈছিল। নাটক নৃত্য গীত, এইবোৰ—

**লৰা :** তুমি কিবা ভাগ ল'বানেকি ?

**ছোৱালী :** মই নাচিম।

**লৰা :** আহা—নাচিবা ?

**ছোৱালী :** (হঠাৎ যেন কিবা এটা দেখা পায়) দেখিছানে, নাৱত পানী সোমাইছে!

**লৰা :** চিন্তা নকৰিবা। এটা কাম কৰাচোন। বুঢ়া আঙুলীটোৰে ফুটাটোত হেঁচা মাৰি ধৰি থাকা। বাৰু মই তোমাৰ নাচ চাবলৈ যামনে ?

**ছোৱালী :** উঁহো, নাযাবা।

**লৰা :** কিয় ?

**ছোৱালী :** মোৰ নাচ তোমালোকে চাবলগীয়া নহয়।

**লৰা :** মই কিন্তু যাম। বেয়া দেখো যদি হলৰ পৰা তিতকাৰী দি চিঞৰিম। হেঁ, তেনেকৈ চাইছা কিয় ?

**ছোৱালী :** নাৱতযে বৰকৈ পানী সোমাইছে। ফুটাটো ডাঙৰ। মই বন্ধ কৰি ৰাখিব পৰা নাই।

**লৰা :** (পাতল সুৰত) ইমান ভয় খাইছানে ? তেন্তে—"নাও যদি ডুবে সখী, কি কৰিবা তুমি ?" (হাঁহে)

**ছোৱালী :** কি কৰিম আৰু মই সাঁতুৰিম।

**লৰা :** আহ্ ইমান সাহ ? তেন্তে মই নাওখন ডুবাই দি চাওঁনেকি ?

**ছোৱালী :** (ভয় কৰি) আই ঐ, সেইবোৰ নকৰিবা দেই

**লৰা :** (ডাঙৰকৈ হাঁহি) বৰ সাহ দেখুৱাইছিলা দেখোন ?

(বীনাৰ পূর্ব্বৰ সুৰে পুনৰ বর্ত্তমানলৈ উভটি অহাৰ সূচনা কৰে)

**গাভৰু :** (অস্পষ্ট মাতেৰে) "নাও যদি ডুবে সখী, কি কৰিবা তুমি ?" ভাল প্রশ্ন।

**বুঢ়া :** এনেকৈয়ে সেই পৰিচয়ৰ আৰম্ভণি হ'ল। তেওঁৰ নাম আছিল গিৰিজা। বৰ ভাল নহয় নামটো ?

**গাভৰু :** হয়, তাৰপিছত ? ওঁ তাৰপিছত......

**বুঢ়া :** নাৱৰৈ ইমান মনোযোগেৰে কি চাই আছা ?

**গাভৰু :** নাই নাই, নাৱত পানী সোমাইছে বুলি ভাবিছিলো। এই নাৱত পানী সোমোৱা নাই।......বাৰু কোৱাচোন, পিছদিনা আকৌ গিৰিজাক লগ পালানে নাই ?

**বুঢ়া :** পিছদিনাৰ পৰা গিৰিজাক নিতৌ লগ পোৱা হ'লো। মই স্কুলৰ পৰা প্ৰায়ে দৌৰি আহি সোনকালে নদীৰ পাৰ পাওঁহি আৰু তেওঁলৈ বাট চাই থাকোঁ। মই গিৰিজাৰ নাৱৰীয়া হৈ পৰিলোঁ। তেতিয়াৰ উতলা বয়স। মই গানৰ পগলা আছিলো। নিজেও গান গাইছিলো। মোৰ মনটো সদায় গানৰ বুকুত ভাঁহি উৰি ফুৰিছিল।

**গাভৰু :** গিৰিজায়ো গীত গাইছিলনেকি ?

**বুঢ়া :** গাইছিল মানে, আহা, এই নগৰৰ বুলবুল আছিল তেওঁ। ( হুমুনিয়াহ পেলাই ) হুঁহ্। মনত যেন নপৰিলেই ভাল। কিন্তু বাধা আহিল। সকলোতকৈ প্ৰথম বাধা আহিল মোৰ দেউতাৰ পৰা। দেউতাৰ কি দোষ ? আমি আছিলো দুখীয়া ঘৰৰ লৰা। এটা সাধাৰণ নাৱৰীয়াৰ লৰাই ধনী পৰিয়ালৰ ছোৱালীৰ লগত মুকলি মূৰীয়াকৈ নাচ-গান কৰা মানুহে বাৰু কেনেকৈ সহি থাকে ? দেউতাই মোক বাধা দিলে। দেউতাৰ সেই গহীন মাত......

## অতীতৰ দৃশ্য

**দেউতাক :** ( খঙেৰে ) মই কৈছিলোঁ নহয়। নিজৰ সীমা চেৰাই নাযাবি। হেৰ' চাচোন এতিয়া কি অনৰ্থ কৰিছ। মই বাৰে বাৰে কৈছো, সিঁহতৰ মানুহক মাৰি পেলোৱাৰো অধিকাৰ আছে। সিঁহতৰ ছোৱালীৰ লগত তোৰ কেনেকৈ সম্বন্ধ হ'ব পাৰে ?

**লৰা :** আমি খেলিবলৈহে......

**দেউতাক :** হৈছে হৈছে খেলিবলৈ। তোক মই শেষ কৰিম। কৈ দিছো। সেইখন

ঘৰৰ কোনোবাই যদি কথাবোৰ জানিবলৈ পায় তেন্তে তোৰ আৰু মোৰ দুয়োটাৰে সকলো শেষ। তোক যদি আগলৈ আৰু ছোৱালীজনীৰ লগত দেখা পাওঁ!

**লৰা :** কিন্তু, মই যে কি কৰিম। তেওঁক নেদেখিলে মই জীয়াই থাকিব নোৱাৰিম দেউতা। ( বাপেকে গছৰ ডাল এটা তুলি লয় ) আপুনি মোক মাৰিব খুজিছে, মাৰক। মই কিন্তু সঁচা কথা কৈছো। মইনো কি ভুল কাম কৰিলোঁ।

**দেউতাক :** তই আকৌ কি কৈছ? তাইক নেদেখিলে তই জীয়াই থাকিব নোৱাৰ! হয়নে! তাকে শিকিছ? জীয়াই থাকিব নোৱাৰ? ( আচাৰিবৰে কোবায় )

( গিৰিজা দৌৰি আহে )

**গিৰিজা :** হে হৰি! এওঁক নামাৰিব, নামাৰিব।

**দেউতাক :** হেঁ—

**গিৰিজা :** এওঁ বৰ সৰল মনৰ লৰা। এওঁ কোনো দোষ কৰা নাই।

**লৰা :** গিৰিজা তুমি যোৱা। দেউতাই যিমান ইচ্ছা মোক মাৰক। ( কান্দি কান্দি ) কিন্তু মই গিৰিজাক নেদেখিলে জীয়াই থাকিব নোৱাৰো—মই জীয়াই নাথাকো।

**গিৰিজা :** হে হৰি, তেওঁ মোক লগ পোৱাৰ বাবে ময়েহে দায়ী, মোৰেহে দোষ। তাৰ বাবে মাৰ খাব লাগিলে মোকেহে মাৰিব লাগিব। মইহে তেওঁক সদায় লগ ধৰিবলৈ আহোঁ। মই এওঁক বিচাৰি আহো। আৰু মই এওঁক কিমান ব্যাকুল হৈ পাবলৈ বিচাৰো আপুনি নাজানে।

**দেউতাক :** আইটি, মোৰ লৰা এই পজা ঘৰত উপজিছে। আৰু তুমি হৈছা প্ৰাসাদত জন্ম লোৱা ছোৱালী—

**গিৰিজা :** তাৰ বাবে কি হ'ল?

**বাপেক :** একো হোৱা নাই? হে হৰি—! তোমাৰ কথা মই কেনেকৈ বুজিম?—

( বাপেক আঁতৰি যায় )

**গিৰিজা :** বেচেৰা—তোমাৰ দেউতাৰাই যেন কান্দি কান্দি গুচি গৈছে। চাওঁ, তুমি ইমান মাৰ খালা? ক'ত? বৰকৈ মাৰিলেনেকি?

**লৰা :** নাই নাই, একো হোৱা যাই—

**গিৰিজা :** চাওঁ ( আঘাত পোৱা অংশ দেখা পাই ) আহ্ ছাল ছিগি গৈছে।......

**লৰা :** নাই কোনো কথা নাই—

**গিৰিজা :** হঁয় হঁয়, ময়েই ইয়াৰ কাৰণ, চাওঁ মোহাৰি দিওঁ, চাওঁ—

( দৃশ্য বৰ্তমান সময়লৈ ঘূৰি আহে )

বুঢ়া : এনেধৰণৰ ক'ত যে ঘটনা!......পিছলৈ দেউতাই মোক বাধা দিবলৈ এৰি দিলে। দেউতাৰ মই একমাত্ৰ পুতেক আছিলো। তেওঁ ঠিক কৰিলে কপালত যি হ'ব লগীয়া আছে হ'ব, তেওঁ আৰু একো নকয়।

গাভৰু : তেওঁও এজন সহজ সৰল মানুহ, গতিকে তেওঁনো আৰু কি কৰিব পাৰে।

বুঢ়া : আচলতে এজন সাধাৰণ বুঢ়া খেতিয়ক হলেও তেওঁৰ মনটোৱে আমাৰ পৰিস্থিতি ভালদৰে বুজি পাইছিল। বেচাৰাই পুতেকৰ কাৰণে এদিন চকুলোও টুকিব লগা হৈছিল।

গাভৰু : কি হৈছিল? সিটো পৰিয়ালৰ মানুহে তেওঁক কিবা অপমান আদি কৰিছিলনেকি?

বুঢ়া : কৈছো ৰবা। আমি ডাঙৰ হৈ আহিলো। আমাৰ দুয়োৰে মাজত প্ৰেমৰ সম্বন্ধও আৰু নিবিড় হৈ আহিল। এই নদীৰ পূবলৈ সৌ যে বহল পথাৰখন দেখিছা—সেই নিৰ্জ্জন পথাৰত আমি সদায় লগ হৈছিলো। পথাৰৰ সিটো মূৰত এটা প্ৰকাণ্ড শিল আছে। নিৰলা ঠাই। এদিন সন্ধিয়া পৰত—

## অতীতৰ দৃশ্য

ডেকা : গিৰিজা, উঠা। সেয়া মন্দিৰত শঙ্খ বজাৰ শব্দ হৈছে। তুমিতো মন্দিৰলৈ যোৱাৰ চল কৰিহে ইয়ালৈ আহিছা,—নহয় জানো?

গিৰিজা : মই যে এয়া এতিয়া মোৰ নিজৰ মন্দিৰতেই সোমাই আছো।

ডেকা : আৰতিৰ সময় হ'ল গিৰিজা।

গিৰিজা : মোৰ এই চকুহালে কিমান সময়ৰ পৰা যে আৰতি কৰিয়েই আছে

ডেকা : কবিতা কৰিছা? কিন্তু প্ৰসাদ নোলোৱাকৈ ঘৰলৈ গ'লে—

গিৰিজা : মই মাত্ৰ এজন দেৱতাৰহে প্ৰসাদ বিচাৰো

ডেকা : গিৰিজা—

গিৰিজা : ওঁ—

ডেকা : আজি যেন তোমাৰ মনত কিবা এটা বিষাদ। কিয়?

গিৰিজা : ক'ব নোৱাৰো কিয়।

ডেকা : এবাৰ এটা হাঁহি মাৰা গিৰিজা। তোমাৰ বিষাদমনা মুখখনে মোক কষ্ট দিয়ে।

**গিৰিজা** : মই চিৰকাল ইহি থাকিবলৈ বিচাৰোঁ। কিন্তু সেইটো জ'নো সম্ভৱ হ'ব ?

**ডেকা** : অনাৱশ্যক কথাবোৰ ভাবি এনেয়ে দুখ পাব লাগিছে কিয় ?

**গিৰিজা** : কচাইৰ ঘৰলৈ নিয়া ছাগলী। দেখিছা ? গোটেই বাট খেলিধুলি আনন্দ মনে গৈ থকা ছাগলী পোৱালীয়ে নাজানে সি কচাইৰ ঘৰলৈ গৈ আছে। এৰা, আগৰে পৰা দুখ কৰি থাকিলে লাভ কি নহয় জানো ? তুমি মোলৈ কিয় তেনেকৈ চাই আছা ?

**ডেকা** : নাই নাই,—এনেয়ে। আন্ধাৰ হৈ আহিছে। উঠা, যাওঁ।

**গিৰিজা** : এৰা, আন্ধাৰ হৈ আহিছে। আন্ধাৰে আমাক ঘেৰি ধৰিছে। আমি আন্ধাৰলৈ নামি গৈ আছো। মোৰ ভয় লাগিছে।

**ডেকা** : ( শঙ্কাৰে ) গিৰিজা ! আমি—আমি বাৰু কেনেবাকৈ ইজনে সিজনৰ পৰা আঁতৰি যাব লাগিবনেকি !···কেতিয়াবা···

**গিৰিজা** : তুমি তেনেদৰে ভাবিব পাৰিছানেকি ?

**ডেকা** : তেনেকৈ ভাবিবৰ শক্তি মোৰ নাই···

## দৃশ্য বৰ্ত্তমান সময়লৈ উভটি আহে

**বুঢ়া** : মই সঁচাকৈয়ে কৈছিলো,—মোৰ শক্তি নাছিল, সেইদিনা মোৰ অন্তৰত এক ভয়াবহ অন্ধকাৰ বিয়পি পৰিছিল। পাছদিনাও গিৰিজাক মই দেখা পাইছিলো। আৰ্দ্ৰা নক্ষত্ৰৰ দিন আছিল সেইটো। গিৰিজাৰ চাৰিওপিনে বহি সখীহঁতে গীত গাই আছিল। মাত্ৰ তেওঁ মাজত নীৰৱে বহি আছিল। তেওঁৰ সজল দুচকুত যেন এক স্বপ্ন বিয়পি আছিল। বাহিৰত বহুত কিবা কিবি হৈ আছিল। সখীহঁতে মাজে মাজে খিলখিলাই হাঁহিছিল। তেওঁৰ মুখত হাঁহি নাই। তেওঁ কিবা এটা বস্তু যেন একেথাহে চাই আছিল। তেওঁৰ সেই গহীন দৃষ্টি মোৰ অসহ্য লাগিছিল। মই বাৰু কেনেকৈ তেওঁৰ ওচৰলৈ যাওঁ ? মই হাঁহাকাৰ কৰি ইফালে-সিফালে ঘূৰি ফুৰিবলৈ ধৰিলোঁ। অৱশেষত এবাৰ মই বৰ ভাগৰি পৰিলোঁ আৰু মোৰ গাৱঁলৈ বুলি খোজ ললোঁ।···দেউতাই মোৰ মুখলৈ বহুত সময় ধৰি ৰলাগি চাই থাকিল আৰু তাৰ পিছত নদীৰ ঘাটলৈ গুচি গ'ল। নাজানো, দেউতাই তেনেদৰে মোৰ মুখলৈ চাই কি ক'ব খুজিছিল ? মই নুসুধিলোঁ। নিশা টোপনি নাহিল। মই ওলাই গৈ নাৱৰ ঘাটত বহি আছিলো। ঢোবোৱে যেন নিচুকনি গীত গাই

নাওখনক ওমোলাইছিল। মই তাতে টোপনি গ'লো।...এবাৰ হঠাৎ সাৰ পালোঁ। তেতিয়া যেন শেষৰাতি হৈছিল। বৰ জোৰে বতাহ বলিছিল। পাতলকৈ বৰষুণো দিছিল। ঘোৰ অন্ধকাৰ। হঠাৎ মন কৰিলোঁ যেন কোনোবা এজনে ভাগৰত দীঘল দীঘলকৈ উশাহ টানি ফোঁপাই জেঁাপাই মোৰ সমুখত থিয় হৈ আছে। কোন সেয়া ?—গিৰিজা ? ঠিকেই গিৰিজা...

## অতীতৰ দৃশ্য

**গিৰিজা :** মই তাত চাৰিওফালে ঘূৰি ঘূৰি তোমাক বিচাৰিলোঁ। তুমি কেতিয়া গুচি আহিলা। ব'লা যাওঁ—

**ডেকা :** ক'লৈ ? কিন্তু প্ৰথমেই ৰ'বা বৰষুণ দিছে—সোনকালে এটা ছাতি—

**গিৰিজা :** প্ৰয়োজন নাই

**ডেকা :** ঠিক আছে, ৰ'বা, নাৱৰ ভিতৰত এৰা চাকি আছে জ্বলাওঁ

**গিৰিজা :** নালাগে—। তুমি বেগাই নাও এৰা,—আমি ইয়াৰ পৰা গুচি যাম—, এক মূহুৰ্ত্তও নষ্ট কৰিব নোৱাৰি।

**ডেকা :** এই বতাহ বৰষুণ আৰু সোঁতৰ বিপৰীতে এতিয়া নাও চলাই নিয়া—

**গিৰিজা :** তুমি নোৱাৰা যদি আঁতৰা, মই চলাম নাও—

**ডেকা :** তুমি কিয় চলাবা ? ঠিক আছে, ব'লা। নাৱত জোৰে ধৰি লোৱা। যি হ'ব লগা আছে হওক, নাও চলাই দিছো।

(নাও চলোৱাৰ শব্দ, বতাহৰ গৰ্জ্জন, বৰষুণৰ শব্দ)

**গিৰিজা :** ঠিকেই যি হ'ব লগা আছে হওক। যি হয় হওক, আমি যাওঁ। চলোৱা আৰু জোৰে চলোৱা—আহ্ বিজুলী মাৰিছে—ভয় নাই নাও বাই যোৱা—

**ডেকা :** জোৰে ধৰি থাকিবা। নদীত ডাঙৰ ঢৌ উঠিছে। আন্ধাৰত মই একো দেখা পোৱা নাই। নাওখন কোনপিনে গৈছে মই একো ধৰিব পৰা নাই। ৰবাচোন মই গুৰিটো পোনাই লওঁ।...ওঁ এতিয়া কোৱাচোন—ক'লৈ যাব লাগিব ?

**গিৰিজা :** মই একো ক'ব নোৱাৰো। মৃত্যুৰ গৰ্ভ পৰ্যন্ত মই যাবলৈ সাজু হৈ আছিছো।

**ডেকা :** তুমি কি ক'ব খুজিছা ?

গিৰিজা : চোৱা, আমি দুয়ো একেলগে জীৱন যাপন কৰিব নোৱাৰো। কিন্তু আমি একেলগেতো মৰিব পাৰিম। নাও বাই যোৱা। খৰকৈ—আৰু খৰকৈ। সংসাৰে আমাৰ এই যাত্ৰাকতো বাধা দিব নোৱাৰে।

ডেকা : মই একো বুজিব পৰা নাই। কি হৈছে? কোৱাচোন দয়া কৰি। উস্ মোৰ হাত যেন ভাগৰি পৰিছে—

গিৰিজা : তোমাৰ মাত্ৰ হাত দুখনহে ভাগৰি পৰিছে। মোৰ যে গোটেই জীৱন-টোৱেই নষ্ট হৈ গল। মই আৰু এতিয়া কেনেকৈ জীয়াই থাকিম? (ক্ষীণ কণ্ঠেৰে) তুমি জানো মৃত্যুক ভয় কৰা?

ডেকা : মৃত্যুক ভয়? তুমি মোৰ কাষত থাকোতে?

গিৰিজা : কি মধুৰ তোমাৰ কথা! কিন্তু ভবিষ্যত যে কি দুঃসহ।

ডেকা : ঠিকেই। আহ্, কি বতাহ—

গিৰিজা : বতাহ বলক, আমাক ডুবাই দিয়ক।

ডেকা : আজি তোমাৰ বিয়াৰ বন্দবস্ত হৈ গ'ল নহয়?

গিৰিজা : অঁ—অঁ—

## দৃশ্য বৰ্ত্তমান সময়লৈ আহে

বুঢ়া : ধুমুহা বন্ধ হ'ল।···বতাহ বৈ গ'ল। আমাৰ নাওখনে নদীৰ বুকুত জিৰাইছিল আৰু গিৰিজাই মোৰ বুকুত। তেওঁৰ চকুলো মোৰ বুকুয়েদি বাগৰি আহিছিল।

গাভৰু : তাৰ পিছত কি হ'ল কওক? ছোৱালীজনীৰ কি হ'ল? ঘৰৰ পৰা,—নিজৰ ঠাই এৰি···

বুঢ়া : মই প্ৰথমে বুজাইছিলো আৰু কৈছিলো যে ঘৰৰ মানুহে যাক বাচিছে তেওঁকে বিয়া কৰাই পেলোৱা—

গাভৰু : তুমি কি যে নিষ্ঠুৰ!

বুঢ়া : হুঁম্। মোৰ নিজৰ কি আছে? এটা জুপুৰী, এখন নাও। সেয়ে মাখোঁন, মই জানিছিলো—মই অকনমান সহাঁৰি দিলেই গিৰিজা মোৰ পিছে পিছে গুচি আহিব। কিন্তু মই নিম ক'লৈ? যন্ত্ৰণা দুখ-কষ্ট আৰু অন্ধকাৰৰ মাজলৈ। তেওঁৰ জন্ম পোহৰৰ বুকুত। ভবিষ্যত পোহৰতে জীৱন কটাবলৈ ভাগ্য লৈ

আহিছে। অৱশ্যে ময়ো ভাবিছিলো, মোৰ হৃদয় যেতিয়া আবেগত উতলা হৈ আছিল, তেতিয়া ময়ো তেওঁক কৈছিলো—আমি দুয়ো আঁতৰি যাওঁ বলা—

**গাভক :** তুমি ছোৱালীজনীৰ জীৱনৰ বিষয়ে, হৃদয়ৰ গোপন দুখৰ বিষয়ে বিবেচনা নকৰিলা—

**বুঢ়া :** মই ঠিকেই বিবেচনা কৰিছিলো। তেওঁৰ ভাল মানুহৰ লগত বিয়া হ'ব, চহৰলৈ যাব, লৰাছোৱালীৰ জন্ম হ'ব, নতুন নতুন কথা ভাবিব, পুৰনি সকলো পাহৰি যাব। গিৰিজাই এদিন সম্পূৰ্ণ নতুন জীৱন আৰম্ভ কৰিব।

**গাভক :** তোমাৰ বাবেও তো তেনে এটা নতুন জীৱন বিচাৰি লোৱা সম্ভৱ আছিল।

**বুঢ়া :** মোৰ বাবে? মই ভাবিছিলো, ময়ো সকলো পাহৰি যাব পাৰিম। কিন্তু মোৰ ধাৰণা ভুল হ'ল। তুঁহ জুইৰ দৰে মোৰ হৃদয় সদায় উমি উমি জ্বলি থাকিল। কিমান বছৰ পাৰ হৈ গ'ল! মই আৰু অন্য কোনো চিন্তা মনলৈ আনিব নোৱাৰিলো। মই যেতিয়া এইদৰে অকলে অকলে নাও বাই যাওঁ, তেওঁ যেন মোৰ লগতে থাকে। সো পথাৰত যেতিয়া মোৰ চকু পৰে, তেওঁ যেন তাতে ঘূৰি ফুৰা দেখোঁ। এই গাৱঁৰ প্ৰতি চুকে কোনে—তেওঁৰ উশাহ-নিশাহ বিয়পি আছে। এতিয়া মোক জীৱনত আনন্দ দিবলৈ একমাত্ৰ সেই স্মৃতি বোৰেইহে আছে।

**গাভক :** ছোৱালীজনীৰ বিয়া হৈ গ'ল নহয়?

**বুঢ়া :** ধুমধামেৰে হৈ গ'ল।

**গাভক :** তুমি বিয়ালৈ গৈছিলানেকি?

**বুঢ়া :** গৈছিলো, আৰু বিয়া চাই মোৰ নয়ন জুৰ পেলাইছিলো।

## অতীতৰ দৃশ্য

পটভূমিত নাদস্বৰমৰ শব্দ শুনা যায়। বিয়াৰ পৰিবেশ। নিমন্ত্ৰিত অতিথিৰ অভ্যৰ্থনাৰ কথোপকথন শুনা যায়।

**বিয়াৰ কৰ্মী :** সো তাতে বিচনি এখন দেগৈ।……বিয়াৰ পিছতে তৎক্ষণাত খুৱাই দিব লাগিব। শুনাচোন সোঁফালে যোৱা—এতিয়াই খাবলৈ দিবলৈ কোৱা, চাবা, সিফালে যাতে ভীৰ হ'বলৈ নাপায়।……কুট্টপ্পা তুমি নেমু আৰু ফুল দিয়া ঠাইত থিয় হৈ থাকিবা।……অ' সোৱা আমাৰ নাৱৰীয়া।……এতিয়াহে আহিছে।

কুটুপ্পা তেওঁকো নেমু দিয়া।……চাবা আকৌ শেষত ফুল দিবলৈ পাহৰি নাযাবা।……ওঁ ওঁ এওঁ যেন খোৱা বোৱা কৰিহে যায় চাবা।

**আন এজন কৰ্ম্মী :** হেৰা ভাস্কৰ, এনেয়ে ইফালৰ পৰা সিফাললৈ দৌৰি ফুৰিলেই হ'লনে? তুমি তাতে বহি গ্ৰামফোনটোকে বজাই থাকা।……বজোৱা হিন্দী গানৰ ৰেকৰ্ড এখনকে। (ৰগৰ কৰি) অ' কেমেল আহিছে? মাধৱী ফুল অলপ ভিতৰত দি আহাগৈ……মামা বিচনী নাই পোৱানেকি?……পানী? ৰ'ব পঠাইছো……

## দৃশ্য বৰ্ত্তমানলৈ উভটি আহে

**বুঢ়া :** মই কাৰো পিনে চোৱা নাছিলো। লগ্ন উপস্থিত হ'ল। বিয়াৰ সাজেৰে সাজি, মূৰৰ পৰা ভৰিলৈকে ফুলি থকা চম্পা ফুল এজোপাৰ দৰে ফুলেৰে অলঙ্কৃতা হৈ তেওঁ বিয়াৰ ৰভাতল পালেহি।

## অতীত দৃশ্য

বিয়া ঘৰৰ পৰিবেশ। তিৰোতা মানুহৰ মাঙ্গলিক বিয়া নামৰ ধ্বনী।

**প্ৰথম ব্যক্তি :** বৰ ভাল জোৰা হৈছে দেই।

**দ্বিতীয় ব্যক্তি :** অকল দেখাতে নহয়, ধনসম্পত্তি কৌলিন্য সকলোতে মিলিছে।

**অন্য এজন ব্যক্তি :** বৰ ভাগ্যৱতী ছোৱালী

**আৰু এজন ব্যক্তি :** অকনো সন্দেহ নাই। পৰম ভাগ্যৱতী।

## দৃশ্য বৰ্ত্তমানলৈ উভটি আহে

**বুঢ়া :** সেই পৰম ভাগ্যবতীৰ বিয়াখন মই আৰম্ভৰ পৰা শেষলৈকে চালো। মূৰ্ত্তীৰ দৰে থিয় হৈ থাকি চালোঁ। মাত্ৰ এজন লোকেহে মোক তাত লক্ষ্য কৰিছিল। মানুহজনে মোৰ সকলো কথা জানিছিল। তেওঁ আছিল মোৰ দেউতা। দেউতাৰ

পিনে মোৰ চাবলৈ শক্তি নাছিল। সেই বৃদ্ধ হৃদয়ো দুখত যেন কাতৰ হৈ আছিল। আৰু সেই কাৰণেই মই দেউতালৈ মূৰ তুলি চাব পৰা নাছিলো। দেউতা কিছুসময়ৰ পিছত তাৰপৰা আঁতৰি গুচি গ'ল।

**গাভৰু :** হুঁম্ ( হুমুনিয়াহ পেলায় )

**বুঢ়া :** আইটি, হুমুনিয়াহ নেপেলাবা।......এয়েই জীৱন। পাছদিনা দৰা কইনা নদীৰ পাৰলৈ আহিছিল। গিৰিজা নিজ পতিৰ ঘৰলৈ যাবলৈ আহিছিল। নাৱত বাকচ আৰু বস্তুবাহানী আদি তোলা হ'ল। গিৰিজাও আহি নাৱত উঠিলহি। আমি ইজনে সিজনৰ পিনে চোৱা নাছিলো। তেনেকৈয়ে মই তেওঁক সিপাৰত থৈ আহিলোগৈ।......তেওঁৰ ডেকা স্বামীয়ে আনন্দেৰে মোক টকা এটা দিলে। পাৰত তেওঁলোকৰ কাৰণে মটৰ ৰৈ আছিল। তেওঁলোকক লৈ মটৰখনে পিছলৈ ধূলি উৰাই নদীৰ পাৰৰ পৰা গুচি গ'ল। সেই ধূলিয়ে মোৰ চকু ছাতি ধৰিলে। মই বৰ অকলশৰীয়া অনুভৱ কৰিলো। নাৱত গৈ বহিলোগৈ। হঠাৎ দেখিলোঁ গিৰিজা বহা ঠাইত এটা আঙুঠি। মই বুজিলোঁ, গিৰিজাই সেইটো ইচ্ছা কৰি থৈ গৈছে। হয়তো এটা উপহাৰ। হয়তো তেওঁক সদায় মনত ৰাখিবলৈ দিয়া এটি চিন। এয়া চোৱা, মোৰ আঙুলিত। এইটোৱেই সেই আঙঠি।

**গাভৰু :** তেওঁ আৰু পিছত এই ঠাইলৈ আহিছিলনে নাই ?

**বুঢ়া :** বছৰত অন্ততঃ এবাৰকৈ তেওঁক দেখা পোৱা আশাৰে মই এই নদীৰ পাৰত বাট চাই থাকোঁ। এবাৰ তেওঁ আহিছিল। সেইদিনা তেওঁৰ কোলাত এটা বৰ মৰম লগা কেচুৱা আছিল। কেচুৱাটো মই মোৰ কোলাত তুলি লৈছিলো। বহুত সময় শিশুটিৰে মই ধেমালী কৰিছিলো।......তাৰ পিছত অনেক বছৰ পাৰ হ'ল। ...এয়েই সেই কাহিনী। তেওঁলোক আকৌ কেতিয়া আহিব মই নাজানো। কিন্তু বৰ হেপাহ হয় এবাৰ যদি আকৌ দেখা পাওঁ। বৰ আশা, হয়তো অৰ্থহীন আশা।

**গাভৰু :** সেই মানুহজনীৰ কোলাত সেইদিনা যিটি কেচুৱা আছিল তাইলৈ তোমাৰ মনত পৰেনে বাৰু ?

**বুঢ়া :** মনত—

**গাভৰু :** সেই কেচুৱাটোৱেই মই—

**বুঢ়া :** কি ক'লা ?

**গাভৰু :** এৰা, সেই দুৰ্ভগীয়া নাৰীৰ ভাগ্যহীনা জীয়েক মই—

**বুঢ়া :** ক'ত—ক'ত চাওঁ ( অলপ নীৰবতা ) আন্ধাৰত চাওঁ এইপিনে, মই তোমাক অকনমান চুই চাওঁনে ? আই—

**গাভৰু :** এয়া মই। দেউতা, ময়ো এখন বীনাৰ চিগা তাঁৰ। মোৰ কাহিনীও তোমাৰ দৰেই দীঘলীয়া—পাছত কেতিয়াবা কম বাৰু—

**বুঢ়া :** ( থোকাথুকি মাতে ) মই কেতিয়াও ভবা নাছিলো যে তোমাক এইদৰে দেখাৰ ভাগ্য মোৰ হ'ব—

**গাভৰু :** মোৰ মাক এবাৰ তুমি চাব খোজানেকি ?

**বুঢ়া :** সেই হেপাহ মোৰ সদায়ে আছে আই

**গাভৰু :** তেনে আমি অতি সোনকালে পাবগৈ লাগিব। ভাগ্য আছে যদি দেখা পাবগৈ পাৰোঁ।

**বুঢ়া :** কি ক'লা ?

**গাভৰু :** মা ৰোগ শয্যাত পৰি আছে। বহুত দিনৰ পৰাই দুৰাৰোগ্যত ভুগি আছে। কালি বা আজি তেওঁক হস্পিটালৰ পৰা ইয়ালৈ অনা হৈছে। মই ঘৰত নাছিলো। এক প্ৰবল ধুমুহাত বাট হেৰুৱাই ঘূৰি ফুৰিছিলো। ঘৰলৈ আহি কথাবোৰ জানিলোহি। লৰালৰিকৈ গুচি আহিলোঁ। ভাগ্যত আছে যদি দেখা পামগৈ।

**বুঢ়া :** ইমান টান বেমাৰ !

**গাভৰু :** ভাল হোৱাৰ আশা নাই। তেওঁৰ দাম্পত্য জীৱনো অতি কৰুণ আছিল। সেইবোৰ পাছত কম, এতিয়া পলম কৰিব নোৱাৰি, বেগাই ব'লা।

**বুঢ়া :** মই গ'লে জানো ওচৰলৈ যাব পাৰিম ?

**গাভৰু :** তুমি ব'লাচোন বাৰু।

**বুঢ়া :** যাম যাম, মই যাম

**গাভৰু :** নাওখন বান্ধি থ'ব লাগিব, সোত আছে যে—

**বুঢ়া :** মই কৰিম কিবা, কিন্তু মই যাবই লাগিব।

( কুঠাৰেৰে কাঠ কটাৰ শব্দ। প্ৰথমে অস্পষ্ট, পাছত ক্ৰমে স্পষ্ট হৈ পৰে )

**বুঢ়া :** সেয়া কিহৰ শব্দ ?

**গাভৰু :** ( ভয়ত, সন্দেহত ) কি সেয়া ?

**বুঢ়া :** ( কিবা গোপন কথা মনে মনে সোধাৰ দৰে ) আম গছ কাটিছেনেকি ?

**গাভৰু :** হেঁ—

**বুঢ়া :** মই আৰু নাযাওঁ। তেওঁ কাৰো বাবে অলপ সময় ৰ'ব নোৱাৰিলে। অকলেই……হোঁ……মই মই ওঁহো কিয় যাম……

**গাভৰু :** মা ! মই কেনেকৈ যাওঁ……

## পাত্র

চেরিয়ব

চুচী

প'লী

চনী

## প্ৰথম দৃশ্য

মাদ্ৰাজৰ এটা ঘৰ। বৰ ভালকৈ সজোৱা এটা কোঠালি। কোঠাত দুখন চকী, সমুখত এখন টিপয়। কোঠাৰ মাজত থকা চকীখনত চিন্তাগ্ৰস্ত ভাবে আৰু সজল নেত্ৰে চুচী বহি আছে। তেওঁৰ হাতত এখন চিঠি। অলপ পিছত চেৰিয়ৰে ঘড়ীত চাবি দি দি কোঠালৈ ভিতৰৰ পৰা সোমাই আহে। তেওঁ অফিচলৈ যাবলৈ ওলাই আহিছে। বয়স আঠাইশ বছৰ মান হ'ব। চুচী তেনেকৈ মনমাৰি বহি থকা দেখি যেন বিৰক্ত হয়। কিন্তু সেই ভাব প্ৰকাশ নকৰি আগবাঢ়ি আহে।

**চেৰিয়ৰ** : ( কৃত্ৰিম হাঁহি মাৰি ) এই পিনে মানুহজন অফিচলৈ যাবলৈ সাজু হৈ ওলাল, কিন্তু শ্ৰীমতীৰ দেখোঁন খবৰেই নাই।

( চুচী সচকিত হৈ উঠে। চিঠিখন টিপয়ৰ ওপৰত থৈ চকু মচি থিয় হয়। চেৰিয়ৰে হাতত ঘড়ীটো পিন্ধে। )

**চেৰিয়ৰ** : কি হৈছে ? কিমান পৰৰ পৰা এনেকৈ বহি আছা ? এইবোৰৰ কি অৰ্থ হয় ?

**চুচী** : ক্ষমা কৰিবা। চিঠিখন পঢ়ি এনেয়ে বহি আছিলোঁ।

**চেৰিয়ৰ** : কথাবোৰ এতিয়া জানিলা নহয় ? চিঠিখন ফালি পেলোৱা। বাৰে-বাৰে পঢ়ি থকাৰ দৰকাৰ নাই।

**চুচী** : মোৰ মনটো বৰ বেয়া লাগিছে

**চেৰিয়ৰ** : সহপাঠী ডেকা এজনৰ বেমাৰ হৈছে। তাতে ইমান দুখ কৰি থাকিব লাগে কিয় ?

**চুচী** : বেমাৰটো একেবাৰে সাধাৰণ নহয় চেৰিয়ৰ।

**চেৰিয়ৰ** : সেইকাৰণেই তো বিশেষ চিকিৎসাৰ বাবে মাদ্ৰাজলৈ আহিছে।

**চুচী** : তথাপি ইমান কম বয়সতে এনেধৰণৰ বেমাৰ—

**চেৰিয়ৰ** : বেমাৰে বয়সৰ হিচব লৈ কাম নকৰে।

**চুচী** : যোৱা বছৰ আমাৰ বিবাহ-বাৰ্ষিকীৰ দিনা তেওঁ আহি আমাৰ দুয়োকে ফুলৰ তোৰা দিছিল, মনত আছে ?

**চেৰিয়ৰ :** নিশ্চয় মনত আছে। আমি তিনিও একেলগে বহি কফি খাইছিলো। আমি মাদ্ৰাজলৈ অহাৰ সময়ত তেওঁ আমাক বিদায় জনাবলৈ আহিছিল। সকলো মনত আছে।

**চুচী :** কি যে দুৰ্ভাগ্য! কলেজত ইমান ফুৰ্ত্তিবান আছিল! ইমান বুদ্ধিমান আৰু চৰিত্ৰবান ডেকা লৰা মই আন এজন দেখা নাই।

**চেৰিয়ৰ :** ( হাঁহি ) মই তেন্তে তিমান বুদ্ধিমান আৰু চৰিত্ৰবান নহওঁ ?

**চুচী :** ( পাতল মিচিকি হাঁহিৰে ) তোমাৰ কথাতো ইয়াত উঠা নাই।

**চেৰিয়ৰ :** পিছে তেনে মন্তব্যৰ সময়ত মোলৈও মনত ৰাখিব লাগে। ময়ো এজন ডেকামানুহহে।

**চুচী :** ( আগৰ দৰেই মিচিকি হাঁহিৰে ) কেৱল ডেকাই নহয় তুমি মোৰ স্বামীও—

**চেৰিয়ৰ :** ঠিকেইতো। মোৰ আকৌ আৰু এটা স্পেচাল গ্ৰেড আছে। নহয় জানেশ ? ( হাঁহে। চুচীয়েও মিচিকিয়াই থাকে। চেৰিয়াৰে চুচীৰ কান্ধত ধৰি মৰমেৰে কয় ) চুচী সময় হ'ল মই অফিচলৈ যাওঁ

( চুচীয়ে মুখৰ মিচিকি হাঁহিৰে মূৰ দুপিয়ায়। চেৰিয়াৰে চুচীৰ গালত কোমলকৈ থপৰিয়াই হাঁহি মাৰি ওলাই যায়। অলপ পিছত হাতত মোনা এটা ভাঁজ কৰি লৈ চাকৰ প'লী ভিতৰৰ পৰা কোঠালৈ সোমাই আহে। বয়স প্ৰায় পঞ্চাচ। গাত লুঙী আৰু হাতকটা কামিজ )

**চুচী :** ওলাইছা ? যোৱা—

**প'লী :** কাৰ চিঠিনো আহিছে ? কাৰনো বেমাৰ হৈছে ? আইটি বৰ দুখ কৰি আছা দেখোন !

**চুচী :** আমাৰ গাৱঁৰ ডেকালৰা এজন। আমি কলেজত একে শ্ৰেণীতে পঢ়িছিলোঁ। বেচেৰাৰ বেমাৰ হৈছে, চিকিৎসাৰ বাবে ইয়াৰ হস্পিটেললৈ আহিব।

**প'লী :** কি বেমাৰ নো ?

**চুচী :** ভালকৈ জনা নাই, পলী-কাইটি, কেঞ্চাৰ বুলি সন্দেহ কৰিছে।

**প'লী :** কেঞ্চাৰ হৈছে ? হায় হায় আইটি,—সেইটো বৰ ভয়ঙ্কৰ বেমাৰ। আহিছে যেতিয়া জীৱন লৈহে যাব। আমাৰ লৰাৰ মাকৰ সৰু ভনীয়েকৰ লৰা এটা, বেঙ্কত চাকৰী কৰিছিল। দুবছৰ আগেয়ে কেঞ্চাৰত ঢুকাল। বাহিৰৰ পৰা দেখিলে, একোকে ক'ব নোৱাৰি বেমাৰ হৈছিল বুলি। হঠাৎ গম পালে, বেমাৰ—আৰু কেঞ্চাৰ। এৰা, ভাবিনো কি হ'ব। এই সংসাৰত কাঠফুলাই ছাতি ধৰা দি

ডাক্তৰ হ'লেও এতিয়ালৈকে এইটো বেমাৰক একো কৰিব নোৱাৰিলে। (কথাৰ সুৰ সলনি কৰি) কেতিয়া মানে আহিব বুলি লিখিছে।

**চুচী :** আজি বা কাইলৈ পাবহি। তেওঁক মই বৰ মৰম কৰো। আৰু সেইকাৰণেই কথাটোত মোৰ বৰ বেয়া লাগিছে।

**প'লী :** আইটি, ভুল নুবুজিবা। তোমালোক দুয়োৰে বৰ ঘনিষ্ঠ সম্বন্ধ আছিলনেকি বাৰু? কিবা···

**চুচী :** (উত্তৰ দিয়াৰ পৰা বিৰত থাকি) পলী কাইটি বজাৰৰ পৰা আহাগৈ যোৱা—

**প'লী :** বাৰু বাৰু যাওঁ—

(পলী ওলাই যায়। চুচী বহি থাকে। পুনৰ চিঠিখন হাতত লৈ পঢ়িবলৈ আৰম্ভ কৰে। চিঠিখন নমাই থৈ কিছুসময় যেন চিন্তাত মগ্ন হৈ পৰে। তাৰ পিছত এবাৰ এটা দীঘল হুমুনিয়াহ কাঢ়ি থিয় হয় আৰু ভিতৰলৈ সোমাই যায়। অলপ পিছতে চনী লাহে লাহে সোমাই আহে। হাতত এটা ভায়োলিনৰ বাকচ। তেওঁ চাৰিওপিনে এবাৰ চকু ফুৰাই কাকো নেদেখি বাকচটো একাষত থৈ দিয়ে। লৰাজনৰ বয়স পশিচ বছৰ মান হ'ব। ক্ষীণ দেহ। মুখখন শেঁতা, চকু দুটা অনুজ্জ্বল। চুলিবোৰ আউল বাউল। ভালেদিন যেন দাড়ি খুৰোৱা নাই। গাৰ লুঙীখন আৰু কামিজটো লেতেৰা নহয় যদিও সোঁত মোত হৈ আছে। এক গভীৰ বিষাদৰ ছাপ, লৰাজনৰ দেহ আৰু মনত। টিপয়ৰ ওপৰত পৰি থকা চিঠিখন তেওঁ দেখা পায়। আগুৱাই গৈ চিঠিখন হাতত তুলি লয়। আকৌ থৈ দিয়ে। তেনেতে চুচী সোমাই আহে। দুয়ো ইজনে সিজনৰ মুখলৈ চাই থাকে। কেইমূহুৰ্ত্তমানৰ নীৰৱতা। এক অৰ্থগভীৰ মৌনতা। কি ক'ব, কেনেকৈ আৰম্ভ কৰিব, বুজিব নোৱাৰি দুয়ো যেন বিমূঢ় হৈ পৰে। দুখ বেদনা বিস্ময় আৰু সংকোচেৰে চুচী আৰু চনী দুয়ো ম্লান হাঁহিৰে দুয়োলৈকে চাই অলপ সময় থিয় হৈ ৰয়।

**চনী :** (যেন চেষ্টা কৰিও আনন্দ প্ৰকাশ কৰিব নোৱাৰি বিষাদভৰা কণ্ঠেৰে) চুচী, নিমাত কিয়? (চুচীৰ ওঁঠ দুটা কঁপি উঠে) তোমাক দেখা পোৱাৰ প্ৰবল হেপাহেৰে মই আহি এইখিনি পাইছোহি। (চুচীয়ে সংযম হেৰুৱাই উচুপি কান্দিবলৈ ধৰে) ছি-ছি নাকান্দিবা চুচী (চুচীয়ে আকৌ উচুপি কান্দে) তোমাৰ কান্দোন শুনিবলৈ মই অহা নাছিলো চুচী। তোমাৰ সৈতে দুখাৰ কথা পাতিম বুলিহে আহিছিলো।

চুচী : ( থোকাথুকি মাতেৰে ) চনী! মই যেন মোৰ সমুখত কাক দেখিবলৈ পাইছো! কি চেহেৰা হৈছে তোমাৰ! এবছৰৰ ভিতৰতে তুমি কেনেকুৱা হৈ গলা।

চনী : বেমাৰে দয়া কৰি এই উপহাৰ দিছে। গ্ৰহণ নকৰি জানো উপায় আছে চুচী ?

চুচী : তথাপি তোমাৰ এই ৰূপ মই আশা কৰা নাছিলো।

চনী : মোৰ ৰোগৰ বিষয়ে ভালদৰে ধৰিব পৰা নাছিল, সেইকাৰণেই বোধকৰোঁ এনে হৈছে। বাৰু সেইবোৰ যাবলৈ দিয়া। চেৰিয়ৰ ক'ত ?

চুচী : অলপ আগেয়ে অফিচলৈ গ'ল।

চনী : তোমালোক দুয়োকে লগ পাম বুলিহে ইয়ালৈকে আহিছিলো। মই এতিয়া তেন্তে যাওঁ, আকৌ এদিন আহিম চুচী।

চুচী : বহাচোন তাতে, যাবা বাৰু

চনী : চেৰিয়ৰ নাই যেতিয়া, তোমাৰ লগত অকলে কথা পতাটো—

চুচী : মোৰ লগত কথা পতাত কিবা বাধা আছেনেকি ?

চনী : অকলে চুচীক ক'বলগীয়া কথা মোৰ একো নাই—

চুচী : তুমিয়েই এই কথা কৈছানে ? মই যেন তোমাৰ অচিনাকী লোক, যেন কোনোবা পৰহে—

চনী : বিয়াৰ পিছৰ পৰা মোৰ ওচৰত তোমাৰ সেইটোৱেই ৰূপ।

চুচী : থিয় হৈ হৈ কথা ক'ব নালাগে। বহা ( চনীৰ বহিবলৈ যেন আপত্তি ) মই কৈছো নহয়, বহা ( চনী বহে ) কেতিয়া আহি পালা ?

চনী : আজি পুৱা

চুচী : লগত আৰু কোন আহিছে ?

চনী : দাদা আৰু নবৌ। তেওঁলোক হস্পিতেলত আছে। মোক মিজন ডাক্তৰে পৰীক্ষা কৰিব তেওঁ দুপৰীয়াৰ পিছতহে আহিব। তাৰ আগতে তোমাক এবাৰ চাই যাওঁ বুলি আহিলো।

চুচী : মই তোমাক দেখা কৰিবলৈ গলোহেঁতেন নহয়। ইমান কষ্ট কৰি তুমি ইয়ালৈ নাহিলেও হ'লহেঁতেন, দীঘলীয়া ভ্ৰমণৰ পিছত, ভাগৰে জোগৰে—

চনী : ( বিষন্ন হাঁহিৰে ) এতিয়ান আন এটা দীঘলীয়া যাত্ৰাৰ বাবেই সাজু হ'ব ধৰিছো চুচী—

চুচী : কি যাত্ৰাৰ কথা কৈছা ?

চনী : মোৰ শেষ যাত্ৰা।

চুচী : ( আহত কণ্ঠে ) সেইদৰে ক'ব নাপায়, ন'কবা।

চনী : যিটো নিশ্চিত ভাবেই ঘটিব খুজিছে, তাকেইহে কৈছো। তোমাক কিজানি আকৌ দেখাই নাপাওঁ, তাকে ভাবি লৰালৰিকৈ তোমাক এবাৰ চাই যাবলৈ আহিলোঁ। তুমি গাৱঁলৈ যাওঁতে এবাৰ লগ পাম বুলি ভাবিছিলো। বাট চায়ো আছিলো ; কিন্তু লগ নাপালো—

চুচী : চেৰিয়ৰে ছুটি নাপায় গতিকে থকাই নহ'ল। মই দিয়া চিঠিখন নাপালানেকি ?

চনী : পাইছো। উত্তৰ দিয়া নহ'ল। মইনো কি উত্তৰ দিম ? লিখিবলগীয়া খবৰো একো নাই। আকৌ ভাবোঁ, তোমালোক দুজনৰ দাম্পত্য সুখৰ ওপৰত মোৰ চিঠিয়ে কিজানিবা ক'লা ছাঁ পেলায়।

চুচী : বিয়াৰ পিছৰ পৰা এই এবছৰে এনে এটা দিন পাৰ হোৱা নাই, যিটো দিনত তোমালৈ মোৰ মনত পৰা নাই। কিন্তু মোৰ কল্পনাত সদায় দেখি থকা সেই চনীক মই যেন এতিয়া মোৰ সমুখত দেখা পোৱা নাই। কি যে সাংঘাতিক বেমাৰে তোমাক আগুৰি ধৰিলে।

চনী : নিয়তি চুচী। নিয়তি সদায় নিষ্ঠুৰ।...মই এতিয়া আৰু নবচোঁ, যাব খুজিছো—

চুচী : ( ক্ষন্তেক ৰৈ ) দয়া কৰি অলপ পৰ ৰবা। কি খোৱা তুমি ? খাবলৈ কিবা...

চনী : নাই চুচী, একো নালাগে—

চুচী : গাখীৰ এগিলাচ আনো ?

চনী : নালাগে চুচী। মই একো নাখাওঁ। ভোকো নাই, পিয়াহো নাই। মোৰ এটা ডাঙৰ হেপাহ পূৰ হ'ল। চিকিৎসাৰ বাবে মই আচলতে ইয়ালৈ আহিবই খোজা নাছিলো। দাদাই জেদ ধৰিলে। মই মৰিলেও পইচা এসোপা খৰছ কৰিহে এৰিব। সঁচা কথা কবলৈ, চিকিৎসাতকৈও তোমাক এবাৰ চোৱাৰ হেপাহেৰেহে মই মাদ্ৰাজলৈ আহিলোঁ।

( চনীৰ হৃদয় স্পৰ্শ কৰা কথাবোৰ শুনি চুচীয়ে কান্দিবলৈ ধৰে। তাকে দেখি চনীৰ মনত অনুশোচনা হয় )

চনী : ...ক্ষমা কৰা চুচী। জানো, কি কি বোৰ কৈ পেলালোঁ! মই আহি তোমালোকৰ খা-খবৰ সোধাই নাই। তোমালোক দুয়ো কুশলে আছা নহয় ?

চুচী : ( জড়িত কণ্ঠে ) ভালে কুশলে ? আছো আৰু!

চনী : থকামেলাৰ সকলো সুবিধা হৈছে নহয় ?

চুচী : সুবিধা—হৈছে

চনী : চেহ্ৰিয়াৰৰ খবৰ কি ? অফিচৰ পৰা কেতিয়া আহে— ?

চুচী : দুপৰীয়া আহে

চনী : বিয়াৰ পৰা এবছৰ পাৰ হৈ গ'ল নহয় ? চুচী তুমি মা হোৱাৰ পথত নেকি ?

( চনীয়ে হাঁহি কয়। চুচীয়ে নহহাঁকৈ থাকিবলৈ চেষ্টা কৰিও পাতলকৈ হাঁহি দিয়ে। তেওঁ চনীলৈ অতি সমবেদনাৰে চায়। চনী বহাৰ পৰা থিয় হয় ) চুচী, মোলৈ কিয় তেনেকৈ চাই আছা ?

চুচী : এই মুহূৰ্ত্তত মোৰ মনলৈ আমি পঢ়া দিনৰ ছবি এখন ভ'াহি আহিছে। তুমি তেতিয়া কেনে ৰঙীয়াল, কিমান সতেজ আছিলা ! সেই সুন্দৰ দিনবোৰ !

চনী : বিগত বসন্তৰ তলসৰা ফুল সেইবোৰ। সেইবোৰ আৰু বিচৰাৰ কিবা প্ৰয়োজন আছে জ'ানো ?

চুচী : কলেজ ডে'ত মই গান গাইছিলো আৰু তুমি ভায়োলিন বজাইছিলা। সেই দৃশ্য আজিও মোৰ মনত সেউজীয়া হৈ আছে।

চনী : ( দুখেৰে ) দয়া কৰি পুৰণি স্মৃতিবোৰ আৰু আজুৰি নাথাকিবা।

চুচী : ( চনীৰ কথালৈ মনোযোগ নিদি ) গানৰ শেষত আকাশ ফাটি যোৱা যি হৰ্ষধ্বনী হৈছিল সি আজিও মোৰ কানত যেন গুঞ্জৰি আছে।

চনী : ( ক্ষত স্থানত আঘাত পোৱাৰ দৰে যেন এক যন্ত্ৰনাৰে ) চু···চী···!

চুচী : ( একে মনোভাবেৰেই ) কি যে শিহঁৰিত সময় আছিল সেইবোৰ ! ( ক্ষন্তেক ৰৈ ) তুমি এতিয়াও ভায়োলিন বজোৱা নহয় ?

চনী : নাই চুচী, ভায়োলিন বজোৱাৰ শক্তি মোৰ এতিয়া নাই।

( চনীয়ে অলপ আতঁৰত থকা ভায়োলিনৰ বাকচটো তুলি লয় )

চুচী : ( আচৰিত হৈ ) মই মনেই কৰা নাছিলো। তুমি এইখন ইয়ালৈ লৈ আহিছা ?

চনী : ( চনীৰ ওচৰলৈ আহি ) লৈ আহিছো। মই মোৰ জীৱনত ভাল পাইছিলো প্ৰথম চুচী তোমাক আৰু দ্বিতীয়তে এই ভায়োলিন। আজিৰ পৰা এই দুয়োটা একেলগে থাকক। তোমালৈ মই এইটি উপহাৰ থৈ গ'লে'া। গ্ৰহণ কৰা চুচী—

চুচী : নহয় নহয় চনী মোক নালাগে—

চনী : তোমাৰ হাতত মই এইখন গটাই থৈ যাবলৈ আহিছো।

চুচী : এই উপহাৰ দি মোক আৰু দুখ নিদিবা চনী। বিয়া উপলক্ষে মোক যি

উপহাৰ দিছিলা তাৰ কষ্ট আজিও উপশম হোৱা নাই। মৰহি থোৱা ফুলৰ তোৰা এটা তুমি মোক সেইদিনা উপহাৰ দিছিলা।

**চনী :** মই ইচ্ছা কৰিয়েই দিছিলো। নতুনকৈ তুলি অনা ফুলৰ আয়ুস নাথাকে। আৰু মৰহি যোৱা ফুলৰ শোভা নাথাকে। একপ্ৰকাৰে মই মোক নিজকে তোমাৰ ওচৰত উপহাৰ দিছিলো। জীৱনৰ বাগিছাৰ পৰা চিঙি অনা এটা ফুল মই। মৰহি যোৱা ফুল। ( ভায়োলিনখন চুচীৰ পিনে আগবঢ়াই দি ) লোৱা চুচী—

**চুচী :** ( বৰ করুণ ভাবে ) এইখন বাৰু মোক কি কাৰণে দিছা চনী ?

**চনী :** এইখন দিবলৈ মোৰ আৰু অন্য ঠাই নাই চুচী—

**চুচী :** মই এইখন বজাব নাজানোঁ।

**চনী :** ময়ো যে এইখন আৰু ব্যৱহাৰ কৰিব নোৱাৰো। মোৰ হাত শিথিল হৈ আহিছে। মই অত্যন্ত দুৰ্ব্বল হৈ পৰিছো। মোৰ স্মৃতিৰ চিন স্বৰূপেই এইখন তুমি গ্ৰহণ কৰা চুচী। চেৰিয়ৰ আহিলে ক'বা।

( চুচীয়ে চলচলীয়া চকুৰে হাতখন আগলৈ বঢ়ায় )

**চুচী :** ( ভায়োলিনখন ল'বলৈ ধৰাৰ আগ মুহুৰ্ত্তত ) চনী···এটি অনুৰোধ আছে। তুমি অন্ততঃ এবাৰ এইখন বজোৱা—

**চনী :** ( যেন সামান্য চকিত হৈ ) চুচী—!

**চুচী :** মই এবাৰ তুমি বজোৱা শুনো—

**চনী :** নাই নাই। ভাল নহ'ব—। বিশেষকৈ ইয়াত—

**চুচী :** একো নহয়, বজোৱা মই শুনিম

**চনী :** ( গহীন মাতেৰে ) মই বৰ দুৰ্ব্বল চুচী—

**চুচী :** কিমান দিন হ'ল তোমাৰ ভায়োলিন মই শুনা নাই ! মোৰ বৰ শুনিবলৈ মন গৈছে চনী। ( চনী যেন এক চিন্তাত নীৰব হৈ পৰে ) বজোৱা চনী—

**চনী :** ( অলপ পৰ চিন্তা কৰি যেন হঠাৎ অনুপ্ৰাণিত হৈ ) ঠিক আছে, বজাওঁ বাৰু। শেষ বাৰৰ কাৰণে, মই এইখন আজি বজাম। চুচী, তুমি গাবানে বাৰু ?

**চুচী :** ( অলপ সঙ্কোচেৰে, বিবশ মনে )······চনী

**চনী :** মই হয়তো তোমাক এই অনুৰোধ কৰিব নালাগিছিল। তথাপি······

**চুচী :** নাই চনী, মই নোৱাৰিম। মই আৰু গান গাব নোৱাৰো।

**চনী :** তেন্তে ময়ো বজাব নোৱাৰিম। গোৱাঁ চুচী, তাহানি কলেজ ডে'ত গোৱা গানটোকে গোৱা—

**চুচী :** জোৰ নকৰিবা চনী, মোক জোৰ নকৰিবা—

চনী : মোৰ এই কামনা, হয়তো মোৰ শেষ কামনা। হয়তো মোৰ বাবে আগলৈ আৰু এনে দ্বিতীয় এটা সুযোগ নাহিব। ( ভায়োলিন বজাবলৈ সাজু হয়। ভায়োলিনত সুৰ বান্ধে। তাৰ পিছত চুচীলৈ চায়। চুচীয়ে যেন ইতস্ততঃ কৰি থাকে ) গোৱা চুচী।

( উপায়হীন চুচীয়ে চলচলীয়া চকুৰে এটি গীত গাবলৈ আৰম্ভ কৰে। ধীৰে ধীৰে গীতৰ সুৰ ওপৰলৈ উঠি গৈ থাকে। লগে লগে চনীয়েও অতি আবেগ জড়িত ভাবে ভায়োলিনত সুমধুৰ সুৰ তোলে। গীত সুৰ ঠিক তৰঙ্গ শীৰ্ষত উঠাৰ সময়তে হঠাৎ চনীৰ মূৰ ঘূৰাবলৈ ধৰে। তেওঁৰ ভায়োলিন বজোৱা হঠাৎ বন্ধ হয়। চুচীয়ে উৎকণ্ঠাৰে চনীক ধৰিবলৈ যায়। চনীয়ে ইতিমধ্যে অতি ক্লান্ত হৈ চকীত বহি পৰে আৰু ফোঁপাবলৈ ধৰে। )

চুচী : ( ভয় খাই ) চনী—কি হ'ল ?

চনী : অহঁ, নাই, একো হোৱা নাই। মূৰটো ঘূৰোৱা যেন লাগিছে।

চুচী : পানী আনোনেকি ?

চনী : একো নালাগে। বিশেষ একো হোৱা নাই। মাজে মাজে এনেকুৱা হৈ যায়। এয়া, ভাল হৈ গৈছে ( অলপ পৰ পিছত থিয় হৈ ) মই যাওঁ চুচী—

চুচী : আৰু অলপ জিৰাই যোৱা

চনী : নালাগে, পাৰিম। সোৱা, তাতে টেক্সী বৈ আছে, ( ভায়োলিনখন আগবঢ়াই ) লোৱা চনী, এয়া মোৰ অন্তিম উপহাৰ।

( চুচীয়ে হাত মেলি ভায়োলিনখন লয়। এনেতে চেৰিয়ৰ সোমাই আহে আৰু দৃশ্যটো দেখা পায়। চুচী আৰু চনীয়ে কিন্তু চেৰিয়ৰ অহা দেখা নাপায়। চেৰিয়ৰৰ মুখখনৰ ৰং সলনি হৈ যায়। তেওঁ ততালিকে নিজক সংযত কৰে। চুচীয়ে ভায়োলিনখন আৰু ব'দাল নি এদাঁতিৰ টেবুল এখনৰ ওপৰত থয়। তাৰ পিছত ঘূৰি সমুখলৈ চোৱাৰ লগে লগেই চেৰিয়ৰক দেখা পায়। অপ্ৰত্যাশিত সময়ত চেৰিয়ৰক দেখা পাই চুচী বিব্ৰত হয়। কিন্তু লগে লগেই তেওঁ সহজ হৈ পৰে। )

চুচী : ( উচ্ছাসেৰে ) চেৰিয়ৰ, এয়া চনী আহি পালেহি ( চনীয়ে ঘূৰি চাই হাঁহি এটা মাৰি হাত জোৰ কৰে। )

চনী : আপুনি মোক চিনি পাইছেনে ?

চেৰিয়ৰ : কিয় চিনি নাপাম। বেছ ক্ষীনাইছে আপুনি।

চুচী : দেখিলে চিনি পাবলৈকে টান হৈছে। বৰ সলনি হৈ পৰিল, নহয় ?

**চেৰিয়ৰ :** ( চুচীলৈ চাই অৰ্থপূৰ্ণ ভাবে কয় ) এবা, অভাৱনীয় পৰিবৰ্ত্তন। ( চনীক উদ্দেশ্য কৰি ) কেতিয়া আহিল ?

**চনী :** এই অলপ আগেয়ে

**চেৰিয়ৰ :** পোনেই ইয়ালৈকে আহিছেনে ?

**চুচী :** এতিয়া হস্পিটেলৰ পৰাহে আহিছে

**চনী :** চুচীয়ে কৈছিল, আপুনি দুপৰীয়াহে আহিব

**চেৰিয়ৰ :** ( হাঁহি ) মোৰ নিজৰ ঘৰ যেতিয়া মোৰ যেতিয়াই মন যায় আহিব পাৰো, নহয় জানো ?

**চনী :** অহাৰ কাৰণে বৰ সুখী হ'লো। এবাৰ অন্ততঃ দেখা পালো।

**চুচী :** ( চেৰিয়ৰক ) তুমি অফিচলৈ নগলাইনেকি ?

**চেৰিয়ৰ :** কাগজ এখন নিবলৈ পাহৰি গ'লো। অফিচ পাইহে মনত পৰিল।

**চনী :** মই আৰু নৰওঁ। ডাক্তৰক গৈ লগ ধৰিব লাগে। মই গৈ থাকো তেন্তে··· ( চুচীক ) আহোঁ চুচী—

( চুচীয়ে কৰুণ ভাবে মূৰ দুপিয়ায়। চনী ধীৰে ধীৰে ওলাই যায়। আগবঢ়াই দিবলৈ চুচীও লগতে যায়। কিন্তু চেৰিয়ৰ আগৰ ঠাইতে থিয় হৈ থাকে। মনৰ ভাব, যেন চুচী চনীৰ লগত ওলাই যোৱাটো ভাল পোৱা নাই। জেপৰ পৰা চিগাৰেট এটা উলিয়াই তেওঁ জ্বলাই লয়। তাৰ পিছত বাহিৰলৈ চাই থিয় হৈ ৰয়। অলপ পৰ পিছত চুচী উভটি আহে। )

**চুচী :** ( শান্ত ভাবে ) ইয়াত থিয় হৈ আছা কিয় ?

**চনী :** ( শান্ত ভাবে ) মই কিবা কৰিব লাগিছিলনেকি ?

**চুচী :** ( একে সুৰত ) এবাৰ অন্ততঃ সোঁখিনিলৈকে যাব পাৰিলাহেঁতেন !

**চেৰিয়ৰ :** আগবঢ়াই দিবলৈ তুমিতো গ'লাই। তুমি গ'লেই নহ'ব জানো। মই আকৌ ভাবিছিলো তুমি কিজানি হস্পিটেললৈকে যাবা।

**চুচী :** ( ব্যঙ্গ সুৰটো বুজি পাই ) তোমাৰ ইমান উদাসীনতা কিয় ? চনী অহাটো ভাল পোৱা নাই ?

**চেৰিয়ৰ :** মই তেনেকৈ কৈছোনেকি ?

**চুচী :** ( অতি শান্ত ভাবে ) তোমাৰ মুখৰ ভাবত প্ৰকাশ পাইছে। সেই অসহায় ৰুগীয়া মানুহজনক আনকি তুমি এবাৰ বহিবলৈও নক'লা ! সৌজন্যসূচক ভাবে কফি একাপো নাখাচিলা।

**চেৰিয়ৰ :** তুমি নিশ্চয় সোধপোচ কৰিছা—

চুচী : ( শান্ত ভাবে ) তথাপি সাধাৰণ ভদ্ৰতাৰ খাটিৰত তোমাৰো একো কৰিব লগীয়া নাইনেকি ? তোমাৰ বন্ধুবান্ধৱ কোনোবা আহিলে মই দেখোঁন যথেষ্ট মিলিজুলি ব্যৱহাৰ কৰিব লাগে। সামাজিক সৌজন্য সকলো দেখুৱাব লাগে। কিন্তু তোমাৰ ক্ষেত্ৰত সেইবোৰৰ প্ৰয়োজন নাইনেকি ? ( একমূহূৰ্ত্ত চিন্তা কৰি ) নাই, এই সম্পৰ্কে আমি কথা নপতাই ভাল হ'ব। অনাৱশ্যক ভাবে কিয়নো অসন্তোষ চপাই লওঁ ? ( অনুনয়ৰ সুৰে ) বাৰু—কি কাগজনো পাহৰি গৈছিলা ?

চেৰিয়ৰ : ( হঠাৎ বিস্ফোৰণ হোৱাৰ দৰে ) একো কাগজ পাহৰা নাই। আহিবলৈ মন গ'ল গুচি আহিলোঁ। তাৰ বাবে তোমাৰ কিবা অসুবিধা হ'লনেকি ?

চুচী : ( আহত হৈ ) অসুবিধা ? মোৰ ? চেৰিয়ৰ, এইবোৰ তুমি কি কৈছা ? ( এক মূহুৰ্ত্তৰ পিছত ভাব পৰিবৰ্ত্তন কৰি ) অ' তুমি মোক ৰাচ্ কৰিবলৈ আহিছিলা ?......

চেৰিয়ৰ : মই এনেয়েই আহিলোঁ। মই অফিচলৈ গৈ থাকোতে মোৰ কাৰ ক্ৰচ কৰি চনীক আহি থকা মই দেখা পাইছিলোঁ। অফিচত গৈ বহাৰ পিছতে হঠাৎ মোৰ ভাব হ'ল যে চনী হয়তো ইয়ালৈকে আহি আছিল।

চুচী : ( ধেমালী কৰাৰ সুৰেৰে ) সেয়ে ইয়ালৈ দৌৰি গুচি আহিলা নহয় ? আহিলা ভালেই কৰিলা। নহলে চনীয়ে কিজানি মোক জোৰকৈ পলুৱাইয়ে নিলেহেঁতেন বা।

চেৰিয়ৰ : ( গহীন হৈ ) চু-চী—

চুচী : ছিঃ মোৰ লাজ লাগিছে। ইমান ঠেক মন তোমাৰ !

চেৰিয়ৰ : ( টেবুলৰ ওপৰত ভায়োলিনখন দেখি ) এই ভায়োলিনখন ইয়াত কিয় ?

চুচী : এইখন চনীয়ে মোক উপহাৰ দিছে।

চেৰিয়ৰ : ( বিদ্ৰুপেৰে ) অহ্ উপহাৰ ! ( গহীন হৈ ) তাৰ মানে মই কি বুজিব লাগিব ?

চুচী : ( ধৈৰ্য সহকাৰে ) ইয়াকে বুজি লোৱা যে এই ভায়োলিন মোক উপহাৰ স্বৰূপে দিয়া হৈছে।

চেৰিয়ৰ : ( উত্তেজনাৰে ) সেইখনৰ কি প্ৰয়োজন আছে ?

চুচী : মই খুজি লোৱা নাই

চেৰিয়ৰ : কামত নহা বস্তু এটা কিয় ললা ?

চুচী : চনীয়ে এই ভায়োলিনখন নিজৰ প্ৰাণৰ দৰে ভাল পায়। এইখন সেইকাৰণে কাৰো হাতত থৈ যাব নুখুজিলে।

**চেৰিয়ৰ :** ( তীব্ৰ আঘাত দিয়াৰ সুৰত) কাৰণ তোমাকো চনীয়ে তাৰ প্ৰাণৰ সমান ভাল পায়।......

**চুচী :** ( আহত ভাবে ) চেৰিয়ৰ—

## দ্বিতীয় দৃশ্য

এসপ্তাহ পিছত। দৃশ্যপট আগৰদৰেই। এখন টেবুলত এটা ভেনিটি বেগ। চুচীয়ে ভায়োলিনৰ তাঁৰত আঙুলি বুলাই শব্দ তুলি আছে। তেওঁৰ মুখমণ্ডল মলিন আৰু চিন্তা যুক্ত। চকু সজল। ভায়োলিনত আকৌ দুটা মান শব্দ তোলে। তেওঁ যেন অধীৰ হৈ পৰিছে। ভায়োলিনৰ টুং টুং শব্দ হৈ থাকে। সেই শব্দ শুনি চেৰিয়ৰ সোমাই আহে। সোমায়েই যেন কিবা এটা বেয়া ঘটনা দেখা পালে, এই ভাবেৰে তেওঁৰ মুখখন বিবৰ্ণ হৈ পৰে।

**চেৰিয়ৰ :** ( গহীন আৰু শান্ত ভাবে ) চুচী, মই তোমাক দুখ দিবৰ কাৰণে কোৱা নাই। আজি এসপ্তাহে এই ভায়োলিনখন ইয়াত পৰি আছে। এইখন ইয়াত থোৱা উচিত হোৱা নাই।

**চুচী :** ( বেজাৰেৰে ) তুমি কি ক'ব খুজিছা ?

**চেৰিয়ৰ :** আমি দুয়ো কোনেও ভায়োলিন বজাব নাজানো। এইখন ইয়াত ৰখাৰ কি প্ৰয়োজন আছে ?

**চুচী :** চনীৰ স্মৃতিৰ চিন নহয় জানেঁা এয়া ?

**চেৰিয়ৰ :** ( গহীন হৈ ) চনীৰ কিহৰ স্মৃতি ? মই এইবোৰ ভালপোৱা নাই। সিদিনা এইখন তুমি ৰাখিবই নালাগিছিল।

**চুচী :** ( শান্ত কণ্ঠে ) এইখন ইয়াত থাকিলে কি ক্ষতি হয় ? কাৰো একো হানি নহয়।

**চেৰিয়ৰ :** ( শুকান কণ্ঠে ) হানি হয়, ই তোমাৰ মনলৈ দুখৰ স্মৃতি আনে আৰু মোৰ মনত ঘৃণাৰ ভাব সৃষ্টি কৰে। এইখন আজিয়েই ঘূৰাই দিয়া।

**চুচী :** ( একে শান্ত ভাবে ) উপহাৰ গ্ৰহণ কৰি ঘূৰাই দিব নোৱাৰি।

**চেৰিয়ৰ :** উপহাৰ তোমাক গ্ৰহণ কৰিবলৈ কোনে কৈছিল। উপহাৰে মানুহৰ মনত আনন্দ দিব লাগে, বেদনা আৰু ঘৃণা নহয়।

**চুচী :** এইখন ঘূৰাই দিলে অসুখীয়া দুৰ্ব্বল মানুহজনে কি ভাবিব ?

চেৰিয়ৰ : অসুখীয়া মানুহজনে কি ভাবিব. মই সেই সম্পৰ্কে কোৱা নাই, মই ভবাটোৰ বিষয়েহে কৈছো. এইখন আজিয়েই ওভোটাই দি থৈ আহা

চুচী : ( ধৈৰ্য্যেৰে ) মোৰ দ্বাৰা সেই কাম ন'হব। মই সেই কাম কৰিব নোৱাৰিম। আৰু ঘূৰাই দিবলৈ মই সেইখন গ্ৰহণ কৰা নাছিলো। অসুখত ভুগি থকা মানুহ এজনক মই আকৌ মনত আঘাত দিবলৈ সাজু নহয়।

চেৰিয়ৰ : সম্বন্ধ ইমান ঘনিষ্ট বুলি মই ভবাই নাছিলো।

চুচী : তোমাৰো তেওঁৰ প্ৰতি ইমান ঘৃণাৰ ভাব বুলি মই ভবা নাছিলো।

চেৰিয়ৰ : মই দ্বিবিধ পূজা একেলগে হোৱাটো নিবিচাৰো

চুচী : দ্বিবিধ পূজা ?

চেৰিয়ৰ : ওঁ, পতি পূজা আৰু প্ৰেমাসক্তৰ পূজা—

চুচী : ( আহত ভাবে ) ইমান নিৰ্দ্দয় ভাবে কথা ক'ব পাৰা তুমি।

চেৰিয়ৰ : স্ত্ৰী সদায় বিশ্বাসভাজন হ'ব লাগে।

চুচী : ( ধৈৰ্যেৰে ) স্বামী কেতিয়াও প্ৰতি কথাতে সন্দেহ পৰায়ণ হ'ব নালাগে

চেৰিয়ৰ : অভিজ্ঞতাই মোক বহুত কথা শিকাইছে।

চুচী : কি ধৰণৰ অভিজ্ঞতা ? মই তোমাৰ কিবা বিশ্বাসঘাটকতা কৰিছোনেকি ?

চেৰিয়ৰ : পৰহি মই ইয়াত নাছিলো। মই নথকাৰ সুবিধা লৈ তুমি মাজ নিশালৈকে হস্পিটেলত চনীৰ লগত আছিলা। কিয় ? মোক মূৰ্খ সাজিবলৈ চেষ্টা নকৰিবা।

চুচী : চোৱা, মই এজন স্বাস্থ্যৱান ডেকাৰ লগত হোটেলত কোঠালি ভাড়া কৰি থাকিবলৈ যোৱা নাছিলো ! ( কথাৰ সুৰ সলাই, দুখ কৰি ) এজন উঠিব মেলিব নোৱাৰা, দুৰ্ব্বল আৰু অসহায় মানুহ. হস্পিটেলত পৰি আছে। সেই ৰোগীজনৰ সেৱা শুশ্ৰুষাৰ বাবে মই তাত আছিলো। চনীৰ বৌয়েকো আহি বেমাৰত পৰিল ; কাষত থাকোঁতা কোনো নাই। তেনে অৱস্থাতহে মই থাকিব লগা হ'ল। তুমি আহিলেই ফোন কৰিবলৈ মই পলী ককাইক কৈ গৈছিলো। ( আৰু বেজাৰেৰে ) হস্পিটেল পোৱাৰ লগে লগে ডাক্তৰে ক'লে, বেমাৰী আৰু নাবাচে ; কেদিনমান মাত্ৰ। ( ক্ষন্তেক নীৰব। দুখত কাতৰ ) মৃত্যুশয্যাত পৰি থকা এজন মানুহক অলপ পতিপাল কৰিলো, আদৰ দেখুৱালোঁ। কি বৰ ডাঙৰ অপৰাধ হ'ল চেৰিয়ৰ ! ( চেৰিয়ৰে একো উত্তৰ দিব নোৱাৰি ভিতৰলৈ গুচি যায়। চুচীয়ে চকুপানী মচে। অলপ পিছত পলী এটা থাৰ্মোফ্লাস্ক লৈ উৎকণ্ঠিত ভাবে সোমাই আহে ) কিবা বিশেষ খবৰ আছেনেকি, পলীককাই ?

প'লী : ( অতি দুখেৰে ) কিনো বিশেষ কথা হ'ব ! দেখিলেই দুখ লাগে। অনবৰত

পৰিয়েই থাকে। মাজে মাজে অজ্ঞান হৈ পৰে। অলপ পিছতে জ্ঞান ঘূৰি আহে। এবাৰ তেনেকৈ জ্ঞান পাই মোক দেখা পালে। মোৰ ফালে চাই ৰ'ল। একেৰাহে। এবাৰ সুধিলে চুচী আহিছেনেকি। মই ক'লো, "নাই। মই বাৰু আপুনি বিচাৰিছে বুলি ক'মগৈ।" সেইবুলি মই কোৱাৰ পিছতে তেওঁ আকৌ অজ্ঞান হৈ গ'ল। তেওঁ তেনেদৰে অচেতন হৈ থকাতেই মই গুচি আহিলোঁ। উস্, মাজে মাজে যন্ত্ৰনাত কিদৰে যে চিঞৰি উঠে আৰু কেকাঁবলৈ ধৰে! হিয়া ভেদি যায়। বেচেৰাই যে বৰ কষ্ট পাইছে, বুজিব পাৰি। ককায়েক বৌয়েক দুয়ো কান্দিয়েই আছে। ( হুমুনিয়াহ কাঢ়ি ) সকলো এতিয়া ভগবানৰ হাতত!

( চুচী বেজাৰ মনে থিয় হৈ থাকে। পলী ভিতৰলৈ যাবলৈ ধৰোঁতেই চেৱিয়ৰ সোমাই আহে )

চেৱিয়ৰ : ( অসন্তুষ্ট ভাবে ) তই ক'লৈ গৈছিলি অ' ?

প'লী : ( নম্ৰ ভাবে ) অলপ হস্পিটেললৈ গৈছিলো।

চেৱিয়ৰ : তাত গৈ থিয় হৈ থাকিলেই হ'লনেকি ? ইয়াত ঘৰৰ কাম নাই ? মোৰ কাপোৰ ধুলি জানো ?

প'লী : ( দোষী ভাবেৰে ) এতিয়াই ধুইছোগৈ

চেৱিয়ৰ : ৰাতিপুৱাই ধুবলৈ কোৱা নাছিলো। তোক কাম কৰিবলৈহে দৰ্ম্মহা দি ৰাখিছো। যা এতিয়া কাম কৰগৈ।

( পলী লৰালৰিকৈ ভিতৰলৈ সোমাই যায়। চুচীৰ মন খং আৰু অভিমানে ভৰি পৰে। কিন্তু উপায়হীন হৈ দমাই ৰাখে। )

চুচী : ( অভাৱনীয় শান্ত ভাৱে, বিনম্ৰ স্বৰে ) চেৱিয়ৰ, চনী অজ্ঞান হৈ পৰি আছে। আমি এবাৰ হস্পিটেললৈ যোৱা উচিত।

চেৱিয়ৰ : ( নিৰ্ব্বিকাৰ ভাবে ) মোৰ এতিয়া সময় নাই।

চুচী : আজি দেখোঁন বন্ধৰ দিন

চেৱিয়ৰ : মোৰ প্ৰোগ্ৰাম আছে। অলপ পৰ পিছত ফোন এটা আহিব লগা আছে। তাৰ পিছত এঠাইলৈ যাব লাগিব।

চুচী : অলপ সময়হে লাগিব। সাধাৰণ বেমাৰী এজন বুলি নাভাবিবা। এজন মৰিবলৈ ওলোৱা ৰোগী। তেওঁক এবাৰ দেখা কৰাটো পূণ্যৰ কাম।

চেৱিয়ৰ : পাপ পূণ্যৰ কথা নহয়। মোৰ সুবিধা-অসুবিধাৰ কথা। তথাপি জেদ ধৰি আছা যদি, সন্ধিয়া যাম বাৰু

চুচী : ( কথাৰ সুৰ সলাই, ধৈৰ্য্য সহকাৰে ) জেদ ? মোৰ! থাওক বাৰু। মোৰ

জেদ যদি, সেই জেদ তুমি মানিব নালাগে। মোৰ কাৰণে তুমি যাব নালাগে। মই অকলেই যাম।

চেৰিয়ৰ : ঠিক আছে, আমি দুয়ো একেলগেই যাম।

চুচী : নালাগে, মই অকলেই যাওঁ

চেৰিয়ৰ : সন্ধিয়া গ'লেও হ'ব।

চুচী : ( সঙ্কোচহীন ভাবে ) এতিয়াই যাম

চেৰিয়ৰ : গাড়ীখন মই লৈ যাবলৈ ওলাইছো

চুচী : মই টেক্সী পাম ( টেবুলৰ পৰা ভেনিটি বেগটো তুলি লয় )

চেৰিয়ৰ : ( খং কৰি ) তেন্তে তুমি সঁচাই অকলে যাবলৈকে ঠিৰাং কৰিলা ?

চুচী : ( দৃঢ় কণ্ঠে ) মই যাওঁ। ( যাবলৈ উদ্যত হয় )

চেৰিয়ৰ : ( হঠাৎ টেবুলৰ ওচৰলৈ গৈ ভায়োলিনখনৰ পিনে আঙুলিয়াই ) তেন্তে এইখনো ইয়াৰ পৰা লৈ যোৱা···

চুচী : ( ঘূৰি চাই ) ওঁহো, সেইখন ঘূৰাই দিবলৈ গৈ বেমাৰী মানুহটোৰ মৃত্যু আৰু আগুৱাই আনিব নোৱাৰো।

চেৰিয়ৰ : ( খঙেৰে ভায়োলিনখন হাতত তুলি লৈ ) নিনিয়া যদি এইখন মই ( টেবুলৰ ওপৰত খুন্দা মাৰি দিব খোজে )

চুচী : ( অসহ্য বেদনাৰে ) চেৰিয়ৰ। ( আগবাঢ়ি গৈ চেৰিয়ৰক বাধা দি, চিঞৰি ) নহয়, চেৰিয়ৰ। সেইটো কাম নকৰিবা। ঈশ্বৰৰ শপত, সেইখন নষ্ট নকৰিবা। ( উচুপিবলৈ ধৰে। চেৰিয়ৰ কিছুসময় তেনেকৈ থিয় হৈ থাকি ভায়োলিনখন টেবুলৰ ওপৰত দলিয়াই থয়। চুচীয়ে কিছুসময় পিছত কান্দোন বন্ধ কৰি ভেনিটি বেগটো টেবুলৰ ওপৰত থয়। তাৰ পিছত চকু মচি রুদ্ধ স্বৰে কয় ) মই নাযাওঁ। তুমি যদি নিবিচাৰা মই নাযাওঁ। ( কাকো উদ্দেশ্য নকৰাকৈ যেন নিজকে নিজে কোৱাৰ দৰে ) মই এতিয়া গ'লেও চনীৰ বেমাৰ আৰু ভাল হৈ নাযায়।···তেন্তে মইনো কিয় যাব লাগে ?···নাই নাই, মই নাযাওঁ, মই যোৱা উচিত নহয়। ( চেৰিয়ৰক ) চেৰিয়ৰ মই নগলেও হ'ব···মই যাব নালাগে মই···( উচুপি কান্দে )

( এক মুহূৰ্ত্ত নীৰব। কোনেও একো কথা নকয় )

চুচী : ( চেৰিয়াৰৰ পিনে ঘূৰি চাই প্ৰায় উন্মাদৰ দৰে ) চেৰিয়ৰ। ইমানদিনে মই তোমাৰ এগৰাকী পবিত্ৰ আৰু প্ৰেমময়ী পত্নীৰূপে জীৱন যাপন কৰি আহিছো। আগলৈও মই তেনেদৰেই থাকিম। কিন্তু আজি মই তোমাক এনে এটা গোপন

কথা ক'বলৈ বিচাৰিছো, যিটো তুমি আজিলৈকে জনা নাছিলা। চেৰিয়ৰ, তুমি কোনো দিনেই মোৰ স্বামী হ'ব নোৱাৰিলাহেঁতেন। ( চেৰিয়ৰে শিঁহৰি উঠে ) চনীৰ স্বাস্থ্য ভালে থকা হ'লে মই আজি তেওঁৰ পত্নী হ'লোহেঁতেন। তোমাৰে মোৰে হয়তো দেখা-দেখিয়েই নহ'লহেঁতেন। চনীৰ সৈতে মোৰ বিয়া স্থিৰ হৈ গৈছিল। ঘৰৰ মানুহেও আমাৰ দুয়োৰে গভীৰ প্ৰেমৰ কথা গম পাই দুয়োকে আশীৰ্ব্বাদ কৰিছিল। ঠিক সেই সময়তে চনীৰ শৰীৰত কেঞ্চাৰ ৰোগ ধৰা পৰিল। তথাপিও মই চনীক গ্ৰহণ কৰিবলৈ সাজু আছিলো। কিন্তু চনীয়ে কোনোপধ্যেই নামানিলে। তেওঁৰ হৃদয় মহানুভবতাৰে ভৰি পৰিল। তাৰ পিছত একমাত্ৰ চনীৰ প্ৰেৰণাৰ বাবেই মই তোমাৰ সৈতে বিয়া হোৱাটো স্বীকাৰ কৰি ললোঁ। নহলে হয়তো মই চিৰকুমাৰী হৈয়ে থাকিলোহেঁতেন।

( চেৰিয়ৰে চুচীৰ কথাত যেন বজ্ৰাহতৰ দৰে হয় )

চেৰিয়ৰ : ( অত্যন্ত বিস্ময়েৰে ) এইবোৰ সকলো সত্য চুচী ?

চুচী : ( হৃদয়স্পৰ্শী ভাঙ্গীৰে ) চনীৰ মহত্ব তুমি নাজানা। চেৰিয়ৰ, তেওঁ মহাত্যাগৰ প্ৰতীক স্বৰূপ। চনীৰ প্ৰতি মোতকৈও তুমিহে অধিক কৃতজ্ঞ হোৱা উচিত।

চেৰিয়ৰ : ( একে বিস্ময়েৰে ) এইবোৰ কথা মই জনা নাছিলোঁ।

চুচী : মই জনাব খোজা নাছিলো। পঢ়ি শেষ কৰা কিতাপ এখনৰ দৰে মই মনৰ পৰা সকলো আতঁৰাই থৈছিলো।

চেৰিয়ৰ : ( করুণাৰে বিগলিত হৈ চুচীৰ কান্ধত হাত থৈ মৰমেৰে ) চুচী, মই তোমাক বৰ দুখ দিলেোঁ। মোৰ কথাবোৰ যাবলৈ দিয়া। মোক ক্ষমা কৰা চুচী। ( উৎসাহেৰে ) ব'লা চুচী, আমি এতিয়াই হস্পিটেললৈ যাওঁ। এই কাহিনী শুনাৰ পিছত চনীক এবাৰ চাবলৈ মোৰ বৰ মন গৈছে। আহাঁ। আৰু সময় নষ্ট নকৰিবা।

( চুচীয়ে শান্ত ভাবে দীৰ্ঘ নিশ্বাস পেলায় আৰু চকু মচে। তেনেতে ফোন বাজে )

চেৰিয়ৰ : প্ৰগ্ৰেম এটাৰ ফোন অহাৰ কথা আছিল। দুঘণ্টা মানৰ পিছত যামৃ বুলি কৈ দিওঁ। ( ৰিচিভাৰ উঠাই ) হেল্ল, ওঁ চেৰিয়ৰৰ ঘৰ। হস্পিটেলৰ পৰা ? ( শিঁহৰি উঠি ) এক্সপায়াৰড—মৰিছে ! ( ৰিচিভাৰ হাতত লৈ বজ্ৰাহতৰ দৰে থিয় হৈ ৰয় )

চুচী : ( কিছু সময় স্তম্ভিত হৈ জড়মূৰ্ত্তিৰ দৰে থিয় হৈ থাকি এবাৰ চিঞৰি দিয়ে ) মোৰ চনী—( লগে লগে কান্দোনত ভাঙি পৰে আৰু কাষৰ চোফা এখনত পৰি যায়। )

পাত্র

নম্পুতিরি

লক্ষ্মী অম্মা

গোবিন্দন

আর্মোনী

বুড়া

## প্ৰথম দৃশ্য

এখন গাৰঁত এজন নায়াৰৰ ঘৰ। ঘৰৰ এখন দুৱাৰ। দুৱাৰৰ কাষত এখন ডাঙৰ বেঞ্চ। যবনিকা উঠাৰ সময়ত মঞ্চত কোনো নাথাকে। অলপ পিছত কান্ধত ডাঙৰ টোপোলা এটা লৈ নম্পুতিৰি সোমাই আহে।

**নম্পুতিৰি :** ( এফালে চাই ) ওঁ, এতিয়া হাঁহিব পাৰা। মই আহি পালোঁহি... উঁ—। ইয়ালৈ আহাচোন। আমাৰ কাব্য-মহাকাব্যবোৰত কিছুমান নায়িকাৰ কাহিনী আছে নহয়। লক্ষ্মীও তেনেকুৱাই। মই ইয়াৰ পৰা আঁতৰিলেই বিৰহ বেদনা আৰম্ভ হয়। অঁহা আহা এতিয়া, এয়া উপহাৰ—

( লক্ষ্মী সোমাই আহে। লক্ষ্মী এগৰাকী যুৱতী। নম্পুতিৰিয়ে ইতিমধ্যে প্ৰৌঢ়ত্ব অতিক্ৰম কৰিছে। নম্পুতিৰিৰ ঘৈনীয়েক হিচাবে লক্ষ্মীৰ উপযুক্ত বয়স নহয়। লক্ষ্মীৰ গাত শাৰী আৰু ব্লাউজ। )

**নম্পুতিৰি :** ( লক্ষ্মীক দেখি ) আঐ দেহি, তেনেই ক্ষীনাই গ'লা। এনেকৈ হ'লে দেখোঁন মই মৰিলে তুমি সতী যাবা।

( লক্ষ্মীয়ে মিচিকি হাঁহি মাৰি নীৰৱে ৰয় )

**নম্পুতিৰি :** মৌন ব্ৰত নেকি ? মই অলপ চাওঁচোন বাৰু, ব্ৰত ভাঙিব পাৰোনে নোৱাৰোঁ। ( টোপোলা খুলি ৰঙীন কাগজৰ পেকেট এটা হাতত লৈ কয় ) কোৱা ইয়াত কি আছে।

**লক্ষ্মী অম্মা :** মই কেনেকৈ জানিম !

**নম্পুতিৰি :** অ' ভালৰি লগাই কাম নহ'ব নেকি ! কিন্তু তিৰোতা মানুহে নজনা কথা কিবা এই সংসাৰত আছে জানো ? কোৱা কোৱা, বেগাই কোৱা, কি আছে ইয়াত।

**লক্ষ্মী অম্মা :** মই ক'ব নোৱাৰোঁ।

**নম্পুতিৰি :** এঁ। তেনেকৈ ক'লে ন'হব। ( চিন্তাকৰি ) বাৰু বস্তুটোৰ নামৰ প্ৰথম আখৰটো কৈ দিছো—প—এতিয়া বাকীখিনি পূৰা কৰা।

**লক্ষ্মী :** কি যে পগলামিখন কৰে। এইবোৰ কি খেল—

**নম্পুতিৰি :** খঙ নকৰিবা সোন। এইটো মই তোমাৰ বাবে, মোৰ মৰমৰ লক্ষ্মীৰ বাবে গোটেই বজাৰ চলাথ কৰি বিচাৰি এঠাইৰ পৰা কিনি আনিছো।

লক্ষ্মী : পৱনমালা—গিন্নিৰ হাৰ।

নম্পুতিৰি : উঁহো নহল—

লক্ষ্মী : পান্নাৰ হাৰ

নম্পুতিৰি : সেইধৰণৰ বস্তুয়েই নহয়

লক্ষ্মী : নূপুৰ

( নম্পুতিৰিয়ে 'নহয়' অৰ্থাত মূৰ জোকাৰে )

লক্ষ্মী : যাহ মই ক'ব নোৱাৰো

নম্পুতিৰি : হে হে, পোকমৰা দৰবৰ গুলি।

লক্ষ্মী : কি ক'লে ?

নম্পুতিৰি : পোক মৰা দৰবৰ গুলি। তুমি যে পোক-ফৰিঙলৈ ভয় কৰা। ইয়াৰ এটা গুলিয়েই যথেষ্ট। য'ত থবা, সেইফালে আৰু পোক পৰুৱা ফৰিং একো নাযায়।

লক্ষ্মী : আপোনাৰ ঘৰত যিমান পোক পতঙ্গ আছে, মোৰ ঘৰত তিমান নাই দেই।

নম্পুতিৰি : আহ্। বজাৰখনৰ চুকে কোনে গোটেইখন বিচাৰি বিচাৰি বস্তুটো কিনি আনিছো। মই আকৌ ঘূৰাই লৈ যাম নেকি ? সেইটো অসম্ভৱ কথা !

লক্ষ্মী : মোক নালাগে সেইবোৰ।

নম্পুতিৰি : চোৱা, এইটো বিষাক্ত বস্তু। তুমি যদি নাৰাখা মই খাই পেলাম। যেন তুমিয়েই মোৰ ডিঙিত চেপি ধৰিছা। নীলকণ্ঠৰ দৰে মই এই দৰবৰ গুলী কণ্ঠ হ'ম। আৰু তাকে হ'ব যদি নালাগে, তেন্তে এইটো তুমি ল'ব লাগিব।

লক্ষ্মী : বিষাক্ত ? তেনেহলে দিয়ক, বেগাই দিয়ক। মই খাই মৰি থাকোঁ। আৰু আপুনি দীৰ্ঘায়ু হৈ থাওক। আপোনাৰ স্ত্ৰীও সুখে থাকক।

নম্পুতিৰি : অ', এতিয়া দেখিছো, দৰৱৰ গুলিকেটা কিনি মই ভুলহে কৰিলোঁ। তোমাক আৰু এইটো বস্তু দিব নোৱাৰি দেই। আগলৈ আৰু এনে ভুল কৰিব নোৱাৰি। ( গুলিকেটা আকৌ ভালকৈ ককালৰ খোচনাত সুমাই থয়। তাৰ পিছত টোপোলাৰ পৰা তাল পাতৰ ঢাকোন দিয়া সৰু পেটি এটা উলিয়ায় ) বাৰু, এইবাৰ ক'ব পাৰিবানে, ইয়াত কি আছে ?

লক্ষ্মী : কি হ'ব বাৰু ? নিগনি মৰা দৰব !

নম্পুতিৰি : কন্যাকুমাৰী জানাই, তিনিখন সমূদ্ৰৰ সঙ্গম স্থল। তাৰ পৰা অনা এটি উপহাৰ

লক্ষ্মী : মোক নালাগে।

**নম্পুতিৰি** : ইয়াৰ অলপ গোবিন্দনকো খুৱাব লাগিব। সেই কাৰণেই আনিছো। এয়া চোৱা ( টাকোন খোলে )

**লক্ষ্মী** : এয়া—। ঘেহুঁৰ আতা নেকি ?

**নম্পুতিৰি** : সাক্ষাৎ কন্যাকুমাৰীৰ চেনি-বালি। বৰ উত্তম বস্তু। গোবিন্দ, গোবিন্দন নাইনেকি ?

**লক্ষ্মী** : সি আপোনাৰ ঘৰলৈকে গৈছে। আপুনি আহিলনে নাই খবৰ কৰিবলৈ পঠাইছিলো তাক।

**নম্পুতিৰি** : তুমিনো বাৰু কিয় সেইদৰে ভাবিব লাগে ? মই ইয়ালৈ নহাকৈনো ঘৰলৈ যামনে ?

**লক্ষ্মী** : সেইকাৰণে পোক পৰুৱাৰ দৰৱ আৰু কন্যাকুমাৰীৰ মাটিলৈ প্ৰথমেই এইখিনি ওলালহি।

**নম্পুতিৰি** : এতিয়া আৰু এটা বাকী আছে। তুমি তপস্যা কৰিলেও সেইটো কি ক'ব নোৱাৰিবা।

**লক্ষ্মী** : সেইবোৰ এৰক। ইমানদূৰ ঘূৰি আহিছে, এতিয়া ঘৰলৈ গৈ গা-পা ধুই—

**নম্পুতিৰি** : এই ফটো তোলাৰ কৌশলটো নেদেখুৱাকৈ মই ইয়াৰ পৰা যাম ? চোৱা, এইপিনে চোৱা

**লক্ষ্মী** : কিনো সেইটো ?

**নম্পুতিৰি** : চিনেমাত উঠোৱা ফটোৰ এটা টুকুৰা আৰ্মোনীয়ে মোক উপহাৰ দিছে।

**লক্ষ্মী** : আৰ্মোনী ? কোনোবা তিৰোতাৰ নাম নেকি ?

**নম্পুতিৰি** : ওঁ হো, নহয়। আৰ্মোনী চিনেমাৰ ছবি তোলা এজন অতি নমকৰা মানুহ। সচাঁই সেইটো চাবলগা বস্তু। এই চিনেমাৰ ছবি তোলা কামটো—

**লক্ষ্মী** : আৰ্মোনী ! এইটো আকৌ কিধৰণৰ নাম ?

**নম্পুতিৰি** : বৰ পাৰ্গত মানুহ। চিনেমাৰ ছবি তোলা কাৰুকাৰ্যবোৰ মোক বৰ ভালকৈ দেখুৱাই দিলে। মই তেওঁক মোৰ ঘৰলৈ আহিবলৈ নিমন্ত্ৰণ কৰি আহিছো। সুন্দৰী অভিনেত্ৰী এজনী বাচিবৰ বাবে তেওঁ আহিব।

**লক্ষ্মী** : সুন্দৰী অভিনেত্ৰী ? এই অঞ্চলত সুন্দৰী অভিনেত্ৰী ক'ৰবাত আছেনেকি ? মানুহে দেখোঁন কয় কুন্নপুৰতুৰ দেৱকীয়েই এই অঞ্চলৰ আটাইতকৈ সুন্দৰী তিৰোতা। পিছে তাইৰ এখন কান সৰু আৰু আনখন ডাঙৰ। তাই কান দুখন চুলিৰ মাজত লুকাই ৰাখে। এদিন গাধুই থাকোতে মই দেখা পালোঁ।

**নম্পুতিৰি** : তাৰমানে তাই ডেৰকনীয়া নায়িকা।

লক্ষ্মী : অকল সেয়ে নহয়। ডিঙিৰ পিছফালে পইচাটোৰ সমান এটা ক'লা দাগো আছে।

নম্পুতিৰি : তাৰবাবে একো ক্ষতি নহয়। পিছে মোৰ মানুহজন আহি যে তোমাৰ ঘৰতে থাকিব লাগিব। মই কিন্তু তেওঁক কেনেকৈ ৰাখিব লাগিব সেইবোৰ একো নাজানো।

( নেপথ্যত কোনোবা অহাৰ শব্দ )

নম্পুতিৰি : কোন সেয়া ?

( নেপথ্যত কণ্ঠস্বৰ : কুন্নপুৰতুৰ পৰা )

লক্ষ্মী : কুন্নপুৰতুৰ পৰা ? মই মানুহজনীৰ বিষয়ে কোৱা কথাবোৰ শুনিলে যেন পাওঁ। ( ডাঙৰকৈ ) দেবকীৰ দৰে ধুনীয়া ছোৱালী এই অঞ্চলত দ্বিতীয় এজনী আৰু নাই।

নম্পুতিৰি : কোন, আহিব পাৰা।

( গোবিন্দন সোমাই আহে )

লক্ষ্মী : অ' গোবিন্দনহে! তুমি কেতিয়া আহিলা ?

গোবিন্দন : গৈয়েই আকৌ বেগাই গুচি আহিলোঁ।

লক্ষ্মী : কিয় ?

গোবিন্দন : আমাৰ এই ডাঙৰীয়াক এইপিনে আগমন কৰা দেখিলোঁ।

লক্ষ্মী : পিছে ইমানপৰ ক'ত লুকাই আছিলা ?

গোবিন্দন : কন্যাকুমাৰীৰ পৰা অনা চেনিৰ ভয়ত—

নম্পুতিৰি : অ' গোবিন্দনো বেছ ৰসিক দেখিছো।

গোবিন্দন : হয় ডাঙৰীয়া, গোবিন্দন এজন বৰ ভাল অভিনেতাও। যিবোৰ মানুহে গোবিন্দনক তিৰোতাৰ বেশত দেখা পাইছে—সিহঁত সকলোৱেই মোৰ মূৰৰ চুলি বঢ়াই ল'বলৈ কৈছে। সেই চিনেমাৰ মানুহ এজন যে আহিব, মোৰ কথাও এবাৰ ক'বনে বাৰু ?

নম্পুতিৰি : বাৰু হ'ব হ'ব। ৰামায়নৰ বিষয়ে যেতিয়া চিনেমা হ'ব তেতিয়া তোক কিষ্কিন্ধা কাণ্ডত ভাও এটা দিয়াম বাৰু

গোবিন্দন : যেনেকৈ হওক, মোক ভাও এটা দিয়ালেই হ'ল।

লক্ষ্মী : হেৰ', ডাঙৰীয়াই তোৰ সৈতে ধেমালীহে কৰিছে

গোবিন্দন : অ' আচল কথাটো মই পাহৰিয়েই গ'লোঁ। আপোনাৰ ঘৈনীয়েকৰ গোটেই গাত জ্বৰে পুৰিছে—

**নম্পুতিৰি :** কি কলি ?

**লক্ষ্মী :** হে হৰি। গোটেই গা পুৰিছে ?

**গোবিন্দন :** ঠিক ক'ব নোৱাৰো। চাকৰটোৱে কথাষাৰ চিঞৰি কৈ ভিতৰলৈ দৌৰি যোৱা দেখিলো।

**নম্পুতিৰি :** ইমান পৰে কথাটো কোৱা নাছিলি কিয় বুৰ্ব্বক। লক্ষ্মী মই বেগাই যাওঁ—

**লক্ষ্মী :** মৱো যাম, ৰ'ব। ( ভিতৰলৈ সোমাই যায় )

**নম্পুতিৰি :** হেৰ মূৰ্খ. ইয়াত তেলেকা তেলেকা কৰি চাই থাকিব নালাগে। বেগাই কগৈ, মই আহি আছো—

( গোবিন্দন দৌৰি ওলাই যায় )

হোঁ, কি কৰা যায় এতিয়া ? ( ভাবে ) লক্ষ্মী মই গৈ থাকোনেকি।

**লক্ষ্মী :** ( ভিতৰৰ পৰা ) গৈ থাকক বাক। মই পিছে পিছে গৈছো

**নম্পুতিৰি :** তুমি তাকে কৰা। মই বেগায় দৌৰি যাওঁ।

( বেগাই ওলাই যায় )

## দ্বিতীয় দৃশ্য

নম্পুতিৰিৰ ঘৰৰ বাৰান্দা। বাৰান্দাৰ মাজভাগত এখন পুৰণি চকীত এখন জাপি থোৱা চাফা গামোচা পাৰি থোৱা আছে। সমুখত এখন তিপয় আৰু তাৰ ওপৰত পান-তামোলৰ বটা।

নম্পুতিৰিয়ে কিবা ভাবি ইফালে সিফালে অহা-যোৱা কৰি থাকে।

**নম্পুতিৰি :** গোবিন্দ—

( গোবিন্দন সোমাই আহে )

**নম্পুতিৰি :** এইফালে যেন আৰু কোনো আহিবলৈ নাপায়। আগতেই কৈ থৈছো। আৰ্মোনী অলপ পিছতে মোক লগ ধৰিবলৈ অহাৰ কথা।

**গোবিন্দন :** কি কম দেউতা. আমাৰ চৌহদ আৰু বাটত এতিয়াই মানুহৰ ভীৰ জমা হৈ গৈছে।

**নম্পুতিৰি :** হেঁ। বৰ সাহ ইহঁতৰ। মোক লগ ধৰিবলৈ মানুহ এজন আহিব, আৰু

কিছুমান যেই সেই মানুহ তেওঁক চাবলৈ আহি হুলস্থুল লগাবহি। ওঁহো সেইটো হ'বলৈ দিব নোৱাৰি।

গোবিন্দন : এইবোৰ সকলো এই গোবিন্দনে ঠিক কৰিব। হুজুৰে মোৰ বাহিৰে আন কাকো ইয়ালৈ আহিবলৈ নিদিয়ে বুলি মই সিইঁতক কৈ দিম।

নম্পুতিৰি : লক্ষ্মী আহিলনে ?

গোবিন্দন : এতিয়াই আহিব

নম্পুতিৰি : এই চাকৰ লৰাটো নাইনেকি ? কলৈ গ'ল ?

গোবিন্দন : অলপ আগলৈকে আছিল ইয়াতে। মাটি তেল এটিন আনোগৈ বুলি কৈ এইমাত্ৰ গ'ল ইয়াৰ পৰা—

নম্পুতিৰি : এই মানুহবোৰ আহি, বৰ বিপদ কৰিলে। তাতে মনত ইমান অশান্তি ! ( ভিতৰৰ পিনে কিবা শব্দ শুনি ) সেয়া কি ?

গোবিন্দন : আইদেউৱে কান্দিছে

নম্পুতিৰি : ( খঙেৰে ) এই মৰতীজনী মনে মনে পৰি নাথাকে কিয় ? ( গোবিন্দনক উদ্দেশ্য কৰি ) হেৰ কন্দাকটা নকৰাকৈ মনে মনে পৰি নাথাকিলে মই মই···

গোবিন্দন : আইদেউৱে কান্দি থাকিলে মই তেখেতকৈও বেছিকৈ চিঞৰি চিঞৰি কান্দিম

নম্পুতিৰি : থাপৰত কানৰ লতি চিঙিম জনা নাই ! তেখেত অহাৰ লগে লগেই সকলোৱেই কান্দিকাটি চিঞৰ বাখৰ কৰিব, বৰ ভাল কথাটো হ'ব।

( বাহিৰত কাৰৰ হৰ্ণ শুনা যায় )

নম্পুতিৰি : ( ভিতৰলৈ চাই খৈনীয়েকক ) কন্দা কটা নকৰি মনে মনে শুই থাক দেই। আজি কোন আহিব তই জান জানেঁ৷ ? আৰু তই জানিশুনিয়েই মোক অপদস্থ কৰিবলৈ ওলাইছ যেন পাইছো !

( চিনেমা ডাইৰেক্টৰ আৰ্মোনী সোমাই আহে। সুন্দৰ সাজ পাৰ। হাতত এটা চিগাৰেটৰ টেমা। মুখতো এটা চিগাৰেট। নম্পুতিৰিয়ে সাদৰে নমস্কাৰ কৰি সমুখৰ চকীখন দেখুৱাই দিয়ে। গোবিন্দন বিনয়ৰে থিয় হৈ থাকে )

আৰ্মোনী : বৰ দুখ লগা ঘটনাটো হ'ল ! কান্দোনটো যেন এতিয়াও মোৰ কানত বাজি আছে।

নম্পুতিৰি : ( লজ্জিত ভাবে ) নাই নাই, একো কথা নাই। পুৰিলে আৰু ভালকৈ পুৰিছে।

আৰ্মোনী : পুৰিলে ? তেন্তে কুকুৰজনী ইয়াৰে—

**নম্পুতিৰি :** ( একো নুবুজা ধৰণে ) এৰা কুকুৰেই। তাইক তেনেকৈয়ে ক'ব লাগে। পিছে এতিয়া কৈ একো লাভ নাই।

**আৰ্মোনী :** এৰা এতিয়া আৰু ভাবি লাভ নাই। মই গাড়ী চলাই আহি আছো, পৰিল আহি সমুখতে। গাড়ীৰ পিছৰ চকাটো গাত উঠি গ'ল। চিঞৰ শুনি গাড়ী ৰখাই চাওঁ, মৰিয়েই গ'ল।

**নম্পুতিৰি :** ( ঘটনাটো বুজি পাই ) কুকুৰজনীয়ে তেন্তে মোক্ষ লাভেই কৰিলে। ( উৰি থকা চিগাৰেটৰ ধোঁৱা গামোচাৰে আঁতৰাই গোবিন্দনক কয় ) বস্তুখিনি হৈ আছেনে ? কলৰ পায়স, সিজোৱা কল, কলৰ চিপচ্ ওঁ যা তৎক্ষণাৎ—

( গোবিন্দন ওলাই যায় )

**আৰ্মোনী :** মোক এতিয়া একো নালাগে দেই—

**নম্পুতিৰি :** ইয়ালৈ আহি মুখত একো এটা নিদিয়াকৈ যাবনে ? মই সেইটো হ'বলৈ নিদিওঁ। এতিয়া অলপ কিবা এটা খাওক। ৰন্ধা-বঢ়া প্ৰায় আছেই। অলপ পিছত ভাতৰ দিহা হ'ব।

( গামোচাৰে চিগাৰেটৰ ধোঁৱা আঁতৰাই দিয়ে )

**আৰ্মোনী :** আপুনি নবহে কিয় ?

**নম্পুতিৰি :** মোৰ বহাৰ অভ্যাসেই নাই বুজিছেনে ? ইফালে সিফালে ঘুৰি ফুৰোতেই যায়। নহলে একেবাৰে বাগৰ দিম। মোৰ সেয়েই নিয়ম। ( চিগাৰেটৰ ধোঁৱা সহিব নোৱাৰি ) এই ইয়াৰ কিমান দাম ?

**আৰ্মোনী :** কিহৰ ?

**নম্পুতিৰি :** এই যে, য'ৰ পৰা ধোঁৱা ওলাই আছে

**আৰ্মোনী :** অ' এই চিগাৰেট। ইয়াতে আছে ( টিনটো আগবঢ়াই ) চিগাৰেট খাওক।

**নম্পুতিৰি :** নাই নাই, মই খাব খোজা নাই। এইবিলাকৰ একোটাৰ দাম কিমান হ'ব পাৰে জানিবলৈহে সুধিলো।

**আৰ্মোনী :** এটাৰ দাম দু অনা। কিয়নো সুধিলে ?

**নম্পুতিৰি :** দু অনা দামৰ উপদ্ৰৱ। নাই মানে একো আপত্তি নাই ( ভিতৰলৈ চাই ) হেৰ গোবিন্দ, চাকৰটো নাহিলনেকি এতিয়াও ?

( গোবিন্দন সোমাই আহে )

**গোবিন্দন :** চাকৰটোৱে কলৰ পায়স, কলৰ চিপচ্ সকলো তলামাৰি সুমাই থৈ কৰবালৈ গুচি গৈছে, অহাই যাই।

**নম্পুতিৰি :** বুৰ্ব্বক, ওলাই যা ইয়াৰ পৰা—

( গোবিন্দন সভয়ে ওলাই যায় )

**নম্পুতিৰি :** লক্ষ্মী, লক্ষ্মী

**আৰ্মোনী :** এওঁ কোন ?

**নম্পুতিৰি :** সাক্ষাৎ লক্ষ্মী দেবীয়েই বুলি ধৰি লওক। এৰা, তুমি এইসময়ত নথকা হলে গোটেইখন পণ্ড হ'লহেঁতেন।

**আৰ্মোনী :** আপোনাৰ পত্নী ?

**নম্পুতিৰি :** গন্ধৰ্ব্বা। 'চিত্ৰে নিৱিশ্য পৰিকল্পিত সত্বযোগী' ইত্যাদি কথা আছে যে। সেই কথা সকলো লক্ষ্মীৰ গাতেই খাটিব।

( লক্ষ্মী সোমাই আহে। তেওঁৰ অৰ্দ্ধশৰীৰ ঢাক খোৱা )

**নম্পুতিৰি :** ( লক্ষ্মী অস্মাক ) আৰ্মোনী আহিব বুলি কৈছিলোযে মই। এয়েই তেখেত

( লক্ষ্মী আৰু আৰ্মোনীয়ে দৃষ্টি বিনিময় কৰে। সেই দৃষ্টি বিনিময় কিছু অস্বাভাবিক আৰু সুদীৰ্ঘ হয়। )

**আৰ্মোনী :** ( নম্পুতিৰিক ) মই মোৰ ছবিখনৰ বাবে নায়িকা এগৰাকী এতিয়াও পোৱাই নাই।

**নম্পুতিৰি :** ডেড়খন কানৰ নায়িকা হ'লে যদি হয় এগৰাকী পাব। নহয়নে বাৰু লক্ষ্মী ?

**আৰ্মোনী :** নাই নাই, যেই সেই ছোৱালী হ'লে ন'হব। ( লক্ষ্মীৰ ফালে চাই ) এনে এগৰাকী ধুনীয়া ছোৱালী হোৱা হ'লে !

( লক্ষ্মীয়ে লাজ কৰি থিয় হৈ থাকে )

**নম্পুতিৰি :** আৰ্মোনী, আপোনাক লাগিলে মোৰ হাতীটোকে দিব পাৰো, কিন্তু···

**আৰ্মোনী :** হাতী কি কৰিবলৈ ?

**নম্পুতিৰি :** 'গজেন্দ্ৰ উদ্ধাৰৰ' চিনেমা উলিয়াই যদি প্ৰয়োজন হ'ব কিজানি।

( আৰ্মোনী থিয় হৈ লক্ষ্মীৰ এখন ফটো তোলে )

**নম্পুতিৰি :** আৰ্মোনীয়ে কিন্তু কেতিয়া কি কৰিব লাগে বেছ জানে। আমাৰ দুয়োৰো এখন ফটো উঠোৱাৰ ইচ্ছা আছিল মোৰ। সেই ইচ্ছা পূৰিল এতিয়া—

**আৰ্মোনী :** প্ৰথম দৃষ্টিতেই এওঁ মোক আকৃষ্ট কৰিছে।

**নম্পুতিৰি :** হৃদয়ে হৃদয়ে মিল বহুত কম মানুহৰেই হয়।

**আৰ্মোনী :** ঠিকেই কৈছে

**নম্পুতিৰি :** আমি অতি ঘনীষ্ঠ বন্ধু হৈ পৰিছো বাবেহে সুধিছো, আপোনাৰ মাহিলী আয় ?

**আৰ্মোনী :** মোৰ মাহিলী বেতন নাই। এখন ফিল্ম ডাইৰেক্ট কৰিলে মই পঁচিশ হেজাৰ টকা পাওঁ।

**নম্পুতিৰি :** ( আচৰিত হৈ ) ইমান টকা পায় ? বৰ ভাগ্যবান আপুনি ? লক্ষ্মীৰ সুদৃষ্টি আপোনাৰ ওপৰত আছেই

**আৰ্মোনী :** জানোঁ ক'ব নোৱাৰোঁ।

( লক্ষ্মী অম্মা সোমাই যায় )

**নম্পুতিৰি :** কোনো সন্দেহ নাই। লক্ষ্মী দেবীয়ে হাজাৰ হাজাৰ কিয় লাখ লাখ লোকক অনুগ্ৰহ কৰি থাকে। এতিয়া আমাৰ লক্ষ্মীয়েও যা-যোগাৰ কৰিবলৈ গৈছে। আপুনি গাধুবনেকি ?

**আৰ্মোনী :** মই গা ধুই আহিছো।

( এজন বুঢ়া মানুহ সোমাই আহে। আৰ্মোনীক অতি নিবিষ্ট ভাবে চায় )

**নম্পুতিৰি :** এওঁ আমাৰ চিভিল এজেণ্ট। মকৰ্দ্দমাৰ বাবে এওঁক আদালতলৈ পঠালে জয় একেবাৰে সুনিশ্চিত।

**বুঢ়া :** ৰামুন্নী !

**আৰ্মোনী :** হোৱাট্ ?

**নম্পুতিৰি :** জানা, এখন চিনেমা কৰাৰ বাবে এই আৰ্মোনীয়ে পঁচিশ হাজাৰ টকা পায়।

**বুঢ়া :** হাৰ্মনিয়ম আৰু ঢুলুকী নাই দেখোঁন ডাঙৰীয়া—

**নম্পুতিৰি :** কি কৈ আছা ? একো নজনা নুবুজাকৈ বুৰ্ব্বকৰ দৰে কি কথা কৈ আছা

**আৰ্মোনী :** ( অৱজ্ঞাৰে ) এওঁ কোন ? কি কৈছে আপুনি ?

**বুঢ়া :** প্ৰভুক কিয় সুধিছা ? মই কওঁ শুনা। তুমি অৱশ্যে নজনাকৈ সোধা নাই। যি ভবানীক তুমি এৰি থৈ গৈছিলা মই তাইৰ বাপেক। বুজিলানে এতিয়া ?

**আৰ্মোনী :** দিচ ইজ ননচেন্স

**নম্পুতিৰি :** হেৰা, এইখন কাছাৰী নহয়। আৰ্মোনীৰ লগত লাগিলে তুমি কিন্তু নোৱাৰিবা।

**বুঢ়া :** ডাঙৰীয়া, এই ৰামুন্নী মোৰ জীয়াৰী ভবানীৰ গিৰিয়েক আছিল। এবছৰ

আগেয়েই তাইৰ হাতৰ কানৰ দহ-বাৰ তোলা সোণৰ সকলোবোৰ অলঙ্কাৰ লৈ পলাই গৈছিল।

**নম্পুতিৰি :** তুমি ভুল কৰিছা। এনেয়ে সন্দেহ কৰিছা। এখেত চিনেমা ডাইৰেক্টৰ আৰ্মোনী। তুমি এতিয়া বুৰ্ব্বকামীখন কৰি নাথাকিবা। তুমি সোনকালে ইয়াৰ পৰা গুচি যোৱাটোৱেই ভাল হ'ব।

**আৰ্মোনী :** এইবোৰ কি ধৰণৰ কাহিনী! ভবানী! মই গহনা চুৰ কৰি পলাই গ'লোঁ! (নম্পুতিৰিক) হেৰি, এই মানুহটোৰ ঘৰ ক'ত?

**নম্পুতিৰি :** সচাঁ কথা ক'বলৈ, মই একোকে নাজানোঁ। আমাৰ ইয়াত মানুহৰ হতুৱাই মকৰ্দ্দমা কৰায় আৰু নীলামী কৰোৱা কামত লাগি থাকে।

**বুঢ়া :** এইবোৰ চলাহী খেলিছে বুজিছে। ডাঙৰীয়া মোৰ ঘৰ পান্নাৰল্লীত। সেইকথা এওঁ জানে। এওঁৰ দেউতাক নানুকুৰুপ

**নম্পুতিৰি :** হৈছে হৈছে। কথা বৰ বেছি হৈছেগৈ। মই তোমাক গুচি যাবলৈ কৈছো।

**আৰ্মোনী :** পগলা হ'ব পায়

**বুঢ়া :** পগলানে কি দেখুৱাই দিম বাৰু। এটা চিভিল কেচেই যথেষ্ট। (ওলাই যায়)

**আৰ্মোনী :** বৰ বাহাদুৰী দেখুৱাইছে!

**নম্পুতিৰি :** মানুহটো মকৰ্দ্দমা খেলাত কিন্তু বেছ পাকৈত। মই ঠিক কৰিছো, আগলৈ আৰু ইয়াৰ হাতত কোনো মকৰ্দ্দমা নিদিওঁ। বাৰু সেইবোৰ এৰক, এতিয়া খোৱাবোৱা কৰক।

**আৰ্মোনী :** অকল ময়েই খামনে?

**নম্পুতিৰি :** মই গা ধুবলৈ আছে, বহুত পলম হৈ যাব।

**আৰ্মোনী :** আপুনি গা ধুই আহকগৈ, মই আছো ইয়াতে।

**নম্পুতিৰি :** আপুনি বিৰক্ত নহয়তো?

**আৰ্মোনী :** একো নাই। মই ইয়াতে বহি থাকিম

**নম্পুতিৰি :** তেন্তে সেয়ে হওক। (ভিতৰলৈ চাই) গোবিন্দন।

(নেপথ্যৰ পৰা গোবিন্দই মাতে—'কি'? গোবিন্দন ওলাই আহে)

**নম্পুতিৰি :** আৰ্মোনীক যি য'ত লাগে দিবি। তই ইয়াতে থাক বুজিলি?

**গোবিন্দন :** হয়, বুজিছো

**নম্পুতিৰি :** গোবিন্দন আছে। মই বেগাই গা ধুই আহোঁ।

**আৰ্মোনী :** অঁ বাৰু—

( নম্পুতিৰি সোমাই যায় )

**আৰ্মোনী :** তোৰ ঘৰ ক'ত অ'

**গোবিন্দন :** পুল্লেপট্টীত, মই এটা নাটক কোম্পানীত কাম কৰিছিলো

**আৰ্মোনী :** অ' কি ভাও লৈছিলি ?

**গোবিন্দন :** তিৰোতাৰ ভাও

( নেপথ্যৰ পৰা তিৰোতাৰ কণ্ঠত : গোবিন্দন, কফি খাবলৈ আহিবলৈ ক । )

**আৰ্মোনী :** সেয়া লক্ষ্মী অম্মা নহয়নে ?

**গোবিন্দন :** হয়, কফি খাবলৈ—

**আৰ্মোনী :** কফি নাখালেও হ'লহেঁতেন। তথাপি লক্ষ্মী অম্মাই কৈছে যেতিয়া ( উঠে ) তেন্তে তই চিনেমাত অভিনয় কৰিব খুজিছ, নহয়নে বাৰু ?

**গোবিন্দন :** কিবা এটা ভাও পালেই হ'ল ।

**আৰ্মোনী :** ঠিক আছে, মই তোক নিম বাৰু। নায়িকাৰ চাকৰৰ ভাৱত অভিনয় কৰিব লাগিব ।

**গোবিন্দন :** হ'ব হ'ব, সেইটো হ'লেও হ'ব ।

**আৰ্মোনী :** এই কথা কাকো নকবি কিন্তু। অতি গোপনে ৰাখিব লাগিব

( নেপথ্যৰ পৰা 'গোবিন্দন' )

**গোবিন্দন :** গৈছো—

**আৰ্মোনী :** আৰু কেটামান কথা ক'বলৈ আছে তোক, কফি খাই উঠি কম বাৰু ।

( সোমাই যায় )

## তৃতীয় দৃশ্য

( নম্পুতিৰিৰ ঘৰৰ ভিতৰ ভাগ। নম্পুতিৰিয়ে বিব্ৰত ভাবে ইফালে সিফালে অহাযোৱা কৰি থাকে। গোবিন্দন সোমাই আহে। )

**নম্পুতিৰি :** কি হ'ল ? পালিনে ?

**গোবিন্দন :** ক'তো দেখা নাপালোঁ হুজুৰ।

**নম্পুতিৰি :** হেৰ' বুৰ্ব্বক, আকৌ এবাৰ বিচাৰি আহগৈ

গোবিন্দন : জাহাজ ঘাট, নাও ঘাট, বাচ ষ্টেণ্ড, সকলো ঠাইলৈকে গ'লো, হুজুৰ। মই ভাবিছো, সেই আৰ্মোনীৰ গাড়ীতে উঠি গ'লগৈনেকি !

নম্পুতিৰি : হেৰ' হ'ব নোৱাৰে। লক্ষ্মীয়ে মোক এনেকৈ এৰি থৈ গুচি যাব ? ওঁহো

গোবিন্দন : কালি আপুনি গা ধুবলৈ যাওঁতে তেওঁ কফি খাবলৈ গৈ দুয়ো লগ লাগিছিল।

নম্পুতিৰি : কালি লগ লাগিল বুলিয়েই তাৰ লগত আজি গুচি যাবনে ? ওঁহো হ'ব নোৱাৰে

গোবিন্দন : আজি যাব বুলি দুয়ো কিবা কথা পতা শুনিছিলো

নম্পুতিৰি : তই কিবা সপোন দেখিছিলি চাগৈ

গোবিন্দন : নায়িকাৰ চাকৰৰ ভাও দি মোকো নিয়াৰ কথা আছিল। আৰু কথাটো কাকো জনাব নালাগে বুলিও কৈছিল।

নম্পুতিৰি : ( খং আৰু বিষন্ন ভাবে ) তেন্তে তই জান ?

গোবিন্দন : ৰাতিপুৱা পোহৰ হওঁতে নৌ হওঁতেই আটাইকেটা একেলগে যাম বুলি কথা আছিল। মোৰ দুৰ্কপাল, মই সাৰ নাপালো

নম্পুতিৰি : ( খঙেৰে ) তয়ো ঠগিব খুজিছিলি নহয় ? হোঁহ কুকুৰ ওলাই যা ইয়াৰ পৰা—

গোবিন্দন : হে হৰি ! মই এতিয়া কি কৰো ! মোৰ জাতো গ'ল—পেটো নভৰিল। পুৱাই যাব লাগিব বুলি ৰাতিয়েই বাকচটো গাড়ীত ভৰাই থৈছিলো। সেইটোও গ'ল। চিল্কৰ কামিজটো আৰু আঙঠীটোও তাতে আছিল। সেই দুটা পোৱা হলেও

নম্পুতিৰি : বুৰ্ব্বকৰ দৰে বকি নাথাকিবি, ওলাই যা ইয়াৰ পৰা—

গোবিন্দন : মোৰ এতিয়া এনেহে অৱস্থা হ'ল, মোক খেদি নপঠাব হুজুৰ। তাই নিজে নিজে গুচি গৈছে, মইনো কি কৰিম বাৰু ?

( নেপথ্যত কোনোবাই কয় : ঐ এইপিনে আহ। সকলো ঠিক আছে )

নম্পুতিৰি : কোনোবা আহিছে। তায়েই নেকি ? কোন সেয়া অ' বুঢ়ানেকি ? লক্ষ্মীকো এইফালে আহিবলৈ কোৱা মই একো নকৰো, ভয় কৰিব নালাগে।

( বুঢ়া সোমাই আহে )

বুঢ়া : মই এখন টেক্সীত তুলি লৈ আহিলো হুজুৰ

নম্পুতিৰি : তুমি বেছ বুদ্ধিয়ক মানুহ। তাই ক'ত আছে, আহিবলৈ কোৱা।

**বুঢ়া :** ( ভিতৰলৈ চাই ) ঐ, এইফালে আহ। ( নম্পুতিৰিৰ ফালে চাই ) সি ক'ত আছে ?

**নম্পুতিৰি :** লক্ষ্মী ইয়ালৈ নাহেনেকি ?

**বুঢ়া :** লক্ষ্মী নহয়, তাইৰ নাম ভবানীহে

**নম্পুতিৰি :** তেন্তে লক্ষ্মী ?

**বুঢ়া :** কিয়, ইয়াতে আছিল নহয় !

**নম্পুতিৰি :** ( খঙেৰে ) তুমিনো এতিয়া কোনখন ব্ৰহ্মাণ্ডৰ পৰা আহিলা ?

**বুঢ়া :** পান্নাৰল্লীৰ পৰা, হুজুৰ—

**নম্পুতিৰি :** আটাইবোৰে মিলি মোৰ সৈতে ধেমালী খেলিবলৈ আহিছে।

**বুঢ়া :** তেন্তে সি গ'লগৈনেকি হুজুৰ ?

**গোবিন্দন :** মোৰ বাকচটোও লৈ পলাল বুজিছানে।

**নম্পুতিৰি :** তাক পালে, মৰিয়াই মৰিয়াই তাৰ হাড় গুৰি কৰি দিম। সি মোক জনা নাই !

**বুঢ়া :** কি হ'লনো বাৰু হুজুৰ ?

**নম্পুতিৰি :** কি দাল হ'ব আৰু। লক্ষ্মী তাৰ লগতে পলাই গ'ল।

**বুঢ়া :** মই আগতেই কৈছিলো নহয়, সি এটা গবাইত চোৰ বুলি। হাঁয় ! ময়ো, মিছাতে মোৰ ছোৱালীজনীক ইয়ালৈ লৈ আনিলোগৈ।

**নম্পুতিৰি :** ( ভাবি ) এৰা আকৌ ৰামায়ণেই হৈছে। সি মাৰীচ হৈ লক্ষ্মীক আকৃষ্ট কৰিলে, নহয়নে বাৰু ? ( আকৌ ভাবি ) হেৰা, তোমাৰ যদি একো আপত্তি নাথাকে, তেন্তে আমি এটা সিদ্ধান্ত ল'ব পাৰো।

**বুঢ়া :** নিশ্চয়, মকৰ্দ্দমা এটা ৰুজু দিব লাগে হুজুৰ। মোৰ এটা চিভিল কেচ আৰু আপোনাৰ এটা ক্ৰিমিনেল কেচ। তাক এৰি দিয়া নাযায়।

**গোবিন্দন :** মোৰ বাকচটোৰ কথাও লগাই দিব হুজুৰ।

**বুঢ়া :** ওঁ, ই সাক্ষী আছেই। পিছে, ইয়াৰ সাক্ষীৰ বৰ জোৰ নহ'ব।

**নম্পুতিৰি :** হেৰা, মোকৰ্দ্দমা খেলি কিবা লাভ আছে জানেঁা ? তাক ভালকৈ বুৰ্ব্বক সাজিব লাগে, বুজিছা। তাৰো উপায় আছে। ছোৱালীজনীৰ নাম কি ? তোমাৰ ছোৱালীৰ

**বুঢ়া :** পাপ্পিয়ম্ম ভবানী অম্মা

**নম্পুতিৰি :** বয়স ?

**বুঢ়া :** বাইশ। মোকৰ্দ্দমা মই সাজু কৰিম, হুজুৰ।

নম্পুতিৰি : সেইবোৰ নালাগে কৰি। ছোৱালীজনী, যদি তোমাৰ একো আপত্তিৰ নাথাকে, মোৰ পত্নী হওক।

বুঢ়া : সেইটো বে-আইনী হ'ব হজুৰ। ৰাষ্ট্ৰীয়ে যদি আকৌ গোচৰ দিয়ে, সেইটো খাৰিজ হৈ যাব।

নম্পুতিৰি : ৰেজিষ্ট্ৰী নকৰিলেই হ'ল। মোৰ ওপৰত তোমাৰ বিশ্বাস নাই জানো ?

বুঢ়া : আছে আছে। সেইটো কোনো কথা নাই—

নম্পুতিৰি : তেন্তে সেয়ে হওক যেনে কুকুৰ তেনে টাঙোন। শিক্ষাটো পাওক।

পাত্র

লেডী ডাক্তৰ

গোবিন্দন নায়াৰ

কৃষ্ণ পিল্লাই

আশান্

এখন ঘৰৰ এটা কোঠা আৰু বাৰান্দাৰ একাংশ। এঠাইত এখন আৰামী চকী। অন্য এঠাইত এখন বেঞ্চ আৰু অন্য দুখন চকী। এফালে কৃষ্ণ আৰু আনফালে বুদ্ধৰ মূৰ্ত্তী। বেৰত কেখনমান ফটো আৰু কেলেণ্ডাৰ। মূৰ্ত্তীৰ সন্মুখত কাগজৰ ফুলৰ থোপা। যবনিকা উঠোতে মঞ্চত কোনো নাই। ভিতৰত এজনী তিৰোতাৰ প্ৰসৱ বেদনাৰ কেকঁনি আৰু মাজে মাজে যন্ত্ৰনাত চিঞৰা শুনা যায়। তেনে এটা চিঞৰৰ পিছত এজনী বুঢ়ী মানুহে ভয় আৰু ধৈৰ্য্যহীন ভাবে কোৱা শুনা যায়; "নাৰায়ণ, একো হানি বিঘিনি নোহোৱাকৈ যেন কামটো হয়!" হঠাৎ উত্ৰাৱল হৈ যেন আকৌ মাতে "হেৰ পাচ্ছা, পাচ্ছা।" অলপ পৰ ৰৈ, "কামৰ সময়ত এই জহনীত যোৱা কেটাৰ এটাকো দেখা নাপাওঁ" এইবুলি কৈ কৈ মঞ্চলৈ ওলাই আহে। বুঢ়ীৰ বয়স প্ৰায় ষাঠী বছৰ, কিন্তু স্বাস্থ্যৱতী

বুঢ়ী : (উদ্বিগ্ন ভাবে) খোৱাৰ সময়ত কাউৰী আহি পৰাৰ দৰে আটাইবোৰ অব তৰ পৰা আহি ওলাবহি।

(এইদৰে নিজে নিজে কৈ কৈ মঞ্চৰ একোনত থিয় হৈ দূৰলৈ একান্ত মনে চাই পঠিয়ায়। অলপ পিছতে যেন আকৌ নিৰাশ হৈ চিন্তা কৰি কৰি কয়)

কি হ'ল—কোনে জানে? ইমান পৰ লাগিছে!

(উভটিব খোজেঁাতেই ভিতৰৰ পৰা কেকঁনি শুনা যায়। চিন্তান্বিত ভাবে ভিতৰৰ পিনে যোৱাৰ লগে লগে কয়)

হে মোৰ ঈশ্বৰ একো হানি-বিঘিনি নোহোৱাকৈ যেন দুয়ো উদ্ধাৰ পায়।

(বুঢ়ী ভিতৰলৈ সোমাই যোৱাৰ লগে লগে বাহিৰৰ পৰা এগৰাকী আদ বয়সীয়া মহিলা ডাক্তৰ আৰু তেওঁৰ পিছে পিছে প্ৰায় চল্লিশ বছৰ মান বয়সৰ এজন মানুহ বেগাই সোমাই আহে। মানুহজনৰ নাম গোবিন্দন নায়াৰ। নায়াৰে ডাক্তৰৰ হেণ্ড বেগটো লৈ আহে। গোবিন্দন আগবাঢ়ি গৈ ডাক্তৰক বাট দেখুৱাই ভিতৰলৈ লৈ যায়। কেকঁনি কিছু কমে। ভিতৰত বুঢ়ীৰ মাত শুনা যায় : "ডাক্তৰণী আই, কিবা এটা কৰা, মানুহজনীয়ে বৰ কষ্ট খাইছে। মাক কেছুৱা দুয়োকো বচোৱা।" কিছু পৰ নীৰৱতা। গোবিন্দন নায়াৰ ওলাই আহি ৰুমালেৰে মুখ মচি মচি আৰাম চকীত বহেহি। মুখত ক্লান্তি, চিন্তা,

উদ্বিগ্নতাৰ ছাপ। ক্ষন্তেক সময় চকু মুদি থাকে। এনেতে এজন প্ৰায় পাঁচপন্ন বছৰমান বয়সীয়া মানুহ সোমাই আহে। মানুহজনৰ মুখ দাড়ি মোচে ভৰা, পেটটো ওলোৱা, বুকু আৰু কপালত চন্দনৰ প্ৰলেপ। চন্দনৰ প্ৰলেপৰ মাজত কেসৰৰ ফোঁট। কান্ধত ভাঁজ কৰি পেলাই থোৱা এখন গামোচা। প্ৰথমে নায়াৰে চকু মুদি বহি থকা কাৰণে সমুখত মানুহজনক দেখা নাপায়। মানুহজনৰ নাম আশান্

**আশান্ :** ( এক মূহুৰ্ত্ত গোবিন্দনলৈ একেৰাহে চাই থাকি গম্ভীৰ স্বৰে কয় ) কি হ'ল, চিন্তাত ডুবি আছা দেখোঁন

**গোবিন্দন :** ( যেন উচপ খাই, পোন হৈ বহি, চকু মেলি চাই ) অ' আশান্নেকি ? ( থিয় হৈ, বিনীত ভাবে সমুখৰ চকীৰ পিনে নিৰ্দ্দেশ কৰি ) বহক, তাতে বহক।

**আশান্ :** ( পাতল হাঁহি মাৰি ) এই উদাসীনতা কিয় ? ( চকীত বহে )

**গোবিন্দন :** ( আকৌ আগৰ দৰে আৰাম চকীত বহি ) আপোনাৰ দৰ্শন পালোঁ, মোৰ বৰ সৌভাগ্য। এইমাত্ৰ ভাবিছিলোহে···( অলপ ৰৈ ) কালি ৰাতিৰ পৰা ভবানীৰ প্ৰসৱ বেদনা আৰম্ভ হৈছে।

**আশান্ :** অ' হয়নেকি ? কেনে আছে ?

**গোবিন্দন :** ডাক্তৰ অনা হৈছে। এইমাত্ৰ। ভিতৰতে আছে।

**আশান্ :** কোন ডাক্তৰ ?

**গোবিন্দন :** হাস্পটলাৰ মূখ্য ডাক্তৰজনক নাপালোঁ। প্ৰাইভেট প্ৰেকটিচ কৰা লেডী ডাক্তৰ গৰাকীকে লৈ আহিছো। হাস্পটলাৰ আনজন ডাক্তৰকো নাপালোঁ।

**আশান্ :** ভালেই হ'ল তেওঁলোক কেজনক নাপালা। মাক আৰু সন্তানৰ আয়ুস আছে। সি দুজনক পোৱা হ'লে কিবা কৰিলেহেঁতেন!

( ভিতৰত দুই-তিনিবাৰ কেকোঁৱাৰ শব্দ। তাৰ পিছত এটা কান্দোনৰ শব্দ। বুঢ়ীৰ কণ্ঠত ভগবানৰ নাম উচ্চাৰণ। গোবিন্দন জাপমাৰি থিয় হয় আৰু ভিতৰলৈ যায়। আশানে উদ্বিগ্ন হৈ ভিতৰলৈ চাই থাকে। দুই মিনিটমান পিছতে গোবিন্দন আকৌ চিন্তান্বিত ভাবে ওলাই আহে। )

**আশান্ :** কি—কি হ'ল ?

**গোবিন্দন :** ( চকীত বহি ) ডাক্তৰে পৰীক্ষা কৰি আছে—

( "হে মোৰ প্ৰভু, একো যেন হানি বিঘিনি নহয়। দুয়োৰে যেন জীৱন ৰক্ষা পৰে।" এইবুলি কৈ কৈ বুঢ়ী ভিতৰৰ পৰা ওলাই আহে। )

**বুঢ়ী :** ( আশানক দেখা পাই আনন্দেৰে ) আশান্ তুমি আহি ইয়াতে বহি আছা ? ভগবানৰ কি দয়া ! হে ভগবান ! এইমাত্র মোৰ তোমালৈ মনত পৰিছিল। ডাক্তৰে এতিয়া আৰু বেছি পৰ নাই বুলি কৈছে। আজি বাৰু গ্রহৰ স্থিতি কেনেকুৱা আশান ? মই সিপাৰ হোৱাৰ আগতে লৰা একনৰ মুখ দেখি যাবলৈ পামনে বাৰু ? কিমান পূজা পাতলৰ মূৰত তিনিজনীকৈ ছোৱালীয়েই উপজিল। ঘৰ শেষ কৰিবলৈ ছোৱালী এজনী হ'লেই আঁটে। ভবিষ্যতৰ কিমানবোৰ দায়িত্ব !

**আশান্ :** জ্যোতিষীইতৰ ভবিষ্যতবাণী মতে হোৱা হ'লে আমাৰ ঘৰবোৰত ছোৱালী জন্ম হোৱাটো বহুত আগেয়েই বন্ধ হৈ গ'লহেঁতেন। আমি কৰিব পৰাত একো নাই। আমাৰ ইচ্ছা অনুসৰি একো নহয়।

**বুঢ়ী :** নহয় আশান্, ভগবানে আমাক যিহকে দিয়ে তাকেই আমি গ্রহণ নকৰি উপায় আছে জানো ? নহলেনো কাৰোৰ ঘৰত বংশৰ মূদা মাৰি এজনীৰ পিছত এজনীকৈ ছোৱালীয়েই হৈ থাকিবলৈ পায়নে ! ভবানীৰ তিনিজনী বাই-ভনীৰ পাঁচ-ছজনীকৈ ছোৱালী। মই কিমান বাৰ ক'লো, সেইখন ঘৰত ভৰি নিদিবি। মোৰ কথা শুনিলে জানো ? ছোৱালীৰ লচ পচ দেখি মোৰ লৰা একেবাৰে মোহ গ'ল।

**গোবিন্দন :** মা, এতিয়া এই ৰাগ-ৰাগিণীৰ আলাপ বন্ধ কৰিবানে বাৰু ?

**আশান্ :** পিছে যিখন ঘৰত কেৱল লৰাহে ওপজে তেনে বংশ বিচাৰি গ'লেওতো আকৌ লাভ নহব।

( ডাক্তৰ বাহিৰলৈ ওলাই আহে )

**ডাক্তৰ :** আধাঘণ্টামানৰ ভিতৰত প্রসৱ হ'ব লাগে। এটা ইনজেকছন দিলোঁ। ( চিন্তামগ্ন গোবিন্দনে ডাক্তৰ বহিবলৈ চকীএখন আগবঢ়াই দিয়ে ) নাই, মই ইয়াত নবহোঁ, ভিতৰলৈকে যাওঁ।

( ভিতৰলৈ যাব খোজে )

**বুঢ়ী :** ময়ো কিজানি এতিয়া ভিতৰলৈ যাব পাৰোঁ

**ডাক্তৰ :** এতিয়া নালাগে, মই মাতিলে আহিব।

**আশান্ :** তেন্তে আধাঘণ্টাৰ ভিতৰতে আশা কৰিব পাৰো, নহয়নে ? ( গোবিন্দনক ) কিমান বাজিল ?

**গোবিন্দন :** ( হাতৰ ঘড়ীলৈ চাই ) এক বাজি চল্লিশ মিনিট। সময়টো তেন্তে দুই বাজি দহমিনিটৰ ভিতৰতে হ'ব লাগে। নহয়নে বাৰু ?

**আশান্ :** আজিৰ নক্ষত্র কি ? বিশাখানে অনুৰাধা ?

**আশান্ :** অনুৰাধা ( মূৰ জোকাৰি ) ভাল নক্ষত্ৰ। অকল সেয়ে নহয়, পূৰ্ণিমাও পৰিছে। ( বুঢ়ীক উদ্দেশ্য কৰি ) পঞ্জিকা আছেনে ঘৰত ? আনকচোন।

**বুঢ়ী :** সকলো ভালেই মিলিছে, নহয়নে বাৰু ? ( উঠি ) মোৰ প্ৰাৰ্থনা যেন ঈশ্বৰে চকু মেলি চাইছে। হে নাৰায়ণ, বংশ ৰাখিবলৈ ল'ৰা এটা দিয়া যেন প্ৰভু। ( প্ৰস্থান )

( আশানে চিন্তা কৰি থাকে )

**গোবিন্দন :** ( তৎপৰতাৰে ) গ্ৰহৰ স্থিতি কেনে আশান্ ? মোৰ আজিকালি এষ্ট্ৰলজীত বৰ বিশ্বাস হৈছে।

**আশান্ :** ( হাঁহি ) বিশ্বাস এতিয়া আৰু বাঢ়িব। চাৰিটাকৈ সন্তানৰ দায়িত্ব যেতিয়া আহি পৰিব, তেতিয়া বিশ্বাস কৰাই নহয়, জ্যোতিষ শাস্ত্ৰ গোটেইখন পঢ়িয়েই পেলাব লাগিব।

**গোবিন্দন :** শুনিছো, অনুৰাধা বোলে সকলোতকৈ ভাল নক্ষত্ৰ ? কীৰ্ত্তি আৰু প্ৰতাপ বৃদ্ধি পায়।

**আশান্ :** মানুহে তাকেই বিচাৰে, নহয় জানেঁা ?

**গোবিন্দন :** মাৰ মামাক এজন বৰ ডাঙৰ মানুহ আছিল। আৰু তেখেত অনুৰাধা নক্ষত্ৰত জন্মিছিল।

**আশান্ :** ওঁ তেখেত এজন বৰ ভাগ্যবান মানুহ আছিল। মানুহে সেই বুলি কোৱা শুনিছো।

**গোবিন্দন :** ( উৎসাহেৰে ) তেখেতৰ সন্মুখত মূৰ তুলি থিয় দিবলৈ কাৰ সাহ আছিল ? তেখেতে যেতিয়া হাতীদাঁতৰ খুটি লগোৱা খৰম পিন্ধি খট্ খট্ কৰি আহে, তেতিয়া তেখেতৰ খোজৰ শব্দ শুনিলেই সকলো লুকাবলৈ ধৰিছিল—

( তেনেতে বুঢ়ীয়ে পঞ্জিকা এখন লৈ ওলাই আহে )

**বুঢ়ী :** ( আশানক পঞ্জিকাখন দি ) কাৰ কথা ওলাইছে ?

**আশান্ :** তোমাৰ মামা—ৰামন্ পিল্লাইৰ কথা পাতিছিলো। তেওঁৰ বোলে অনুৰাধা নক্ষত্ৰ আছিল।

**বুঢ়ী :** ( বহি আনন্দেৰে ) তুমি অনুৰাধা বুলি কওঁতেই মোৰ মামালৈ মনত পৰিছিল। মামাৰ নিচিনা মানুহ এই অঞ্চলত আৰু এজন হৈছে জানো ? আজিও তেখেতৰ নাম শুনিলে কঁপি নুঠা মানুহ নাই।

**আশান্ :** তেখেত মৰিল যদিও, এতিয়াও তেখেতৰ আনক কপোৱাঁৰ ক্ষমতা কমি যোৱা নাই।

বুঢ়ী : তেখেতে মনতে এবাৰ যিটো কৰিম বুলি ঠিক কৰিছিল, সেইটো কৰিহে উশাহ লৈছিল। তেনেধৰণৰ লোক সহজে জনম লোৱা কঠিন।

আশান্ : জন্ম হ'লেও মানুহৰ ওপৰত আজিকালি তেনেদৰে প্ৰভাৱ বিস্তাৰ কৰিব নোৱাৰে। আজিকালি আনৰ প্ৰভাৱৰ ওপৰত মানুহৰ বিশ্বাস কমি গৈছে। সকলো অৱশ্যে গ্ৰহৰ স্থিতি অনুসৰিহে চালিত হয়।

বুঢ়ী : গ্ৰহৰ স্থিতি তেনেহলে সম্ভৱ হ'ব পাৰে। আমাৰ নিজৰ কথা আমি সকলোৱেই জানোঁ। কোনোবাই তেখেতৰ কথা নুশুনিলে তাৰ ঘৰৰ ভেটি উচন কৰিহে এৰিছিল তেখেতে। (মাত সৰু কৰি) এই ভবানীৰ মামাকৰ লগত জানোঁ তেখেতৰ কম খকাখুন্দা লাগিছিল! কথাটো তেনেই সৰুৱেই আছিল। ভবানীৰ দেউতাক শ্ৰীকৃষ্ণ মন্দিৰৰ ব্যৱস্থাপক আছিল। উৎসৱ উপলক্ষে দেৱতা ফুৰোৱা হয়, ধান তোলা হয়। ফুৰাই আনি আমাৰ মামাৰ ঘৰৰ পদূলীত ৰবহি লাগে আৰু তাত অন্ততঃ এঘণ্টা সময় থাকিব লাগিব। সেইটো নিয়ম এবাৰ ভবানীৰ মামাকে তিমান সময় এঠাইতে ৰৈ থকাত আপত্তি তুলিলে। সিও অহঙ্কাৰী আছিল। কিন্তু সি জানো আমাৰ ডাঙৰ মামাৰ লগত যুজিব পাৰিব! পাছদিনা গোঁসাই ফুৰাবলৈ বাদ্য বজোৱা, কালি-পেঁপা বজোৱা মানুহ এটাও নোহোৱা হ'ল। তাৰ পিছত সিহঁত আহি ডাঙৰ মামাক ক্ষমা খুজিব লগা হ'ল। তেতিয়াহে বাদ্যবজোৱা মানুহখিনি আকৌ আহিল। তাৰ পিছৰ পৰা মৰাৰ দিনলৈকে ভবানীৰ মামাকে তেখেতৰ আৰু বিৰোধিতা কৰা নাছিল।

আশান্ : (পঞ্জিকা খুলি) অঁ, তেখেত বৰ শান্তিৰে, কাকো একো অসুবিধা নিদিয়াকৈয়ে স্বৰ্গগামী হয়। (হাঁহি হাঁহি) তথাপি পিছে তেখেতলৈ মানুহৰ ভয় অকনো নকমিল।

(ভিতৰৰ পৰা হঠাৎ আকৌ কেকোঁৱা আৰু কন্দাৰ শব্দ শুনা যায়। গোবিন্দন নায়াৰ উচপ খাই থিয় হয়। কিন্তু অলপ সময় কানাদি শুনি আকৌ আগৰ দৰে বহি পৰে।)

বুঢ়ী : হে হৰি আৰু কিমান পৰা ৰবা! (আশানক) তেন্তে অনুৰাধাৰ একো বেয়া ফল নাই নহয় আশান?

আশান্ : এঁ—সেইবোৰ চিন্তা এতিয়া থাওকচোন দিয়ক। মাকৰ ফালে অলপ—

বুঢ়ী : মাকৰটো বুজিছো বাৰু। বাপেক আৰু বাপেকৰ ফলীয়া লোকৰ কাৰণে কেনে ফল দেখিছা?

আশান্ : অনুৰাধাত জন্ম লোৱা মানুহ সদায় পিতৃগৃহৰ বাবে শুভদায়ক হয়েই।

আৰু আমাৰ কাৰণেও সেইটোহে চোৱাৰ কথা। মাতৃফলৰ কাৰণে আমি বৰ চিন্তা কৰা নাই, নহয় জানো ?

(প্ৰায় পঞ্চাশ বছৰীয়া চুটি-চাপৰ মানুহ এজন সোমাই আহে। তেওঁ হৈছে গোবিন্দনৰ শহুৰেক—কৃষ্ণ পিল্লাই। অতি ব্যাকুল ভাবে তেওঁ সোমাই আহে।)

**কৃষ্ণ পিল্লাই :** কেনে খবৰ ?

**গোবিন্দন :** একো হোৱা নাই। ডাক্তৰে অলপ পিছতে হ'ব বুলি কৈছে। (চকী এখন ঠেলি পিল্লাইৰ পিনে আগবঢ়াই দিয়ে)

**বুঢ়ী :** ডাক্তৰ ভিতৰতে আছে। তেখেতে মাতিলেহে ভিতৰলৈ মানুহ যাব পাৰিব বুলি কৈছে। ডাক্তৰ নহালৈকে ঈশ্বৰৰ নামজপ কৰিহে ছোৱালী বচাই ৰাখিলোঁ। হে হৰি, হে প্ৰভু, হে মোৰ নাৰায়ণ !

**কৃষ্ণ :** খবৰ পায়েই খপলিয়াই দৌৰি আহিছো। এইখিনি নোপোৱালৈকে মোৰ যেন সম্বিত সকলো হেৰাইয়েই গৈছিল।

**আশান্ :** এৰা, এনে পৰিস্থিতিত উত্তাৰণ হোৱাৰে কথা। আৰু নো আমি আন কিটো কৰিব পাৰো,—নহয় জানোঁ পিল্লাই ?

**কৃষ্ণ :** ডাক্তৰে আহি কিবা ইনজেকছন দিলেনে ?

**গোবিন্দন :** ইনজেকছন এটা দিয়া এই কেইমিনিট মানহে হৈছে

**বুঢ়ী :** ভগবানৰ কৃপাত এনে সময়ত আমাৰ আশানো আহি উপস্থিত হৈছেহি। এনেয়ে আশানক সহজে লগ পাবলৈকে নাই ! এৰা, ভাগ্যেৰে কথা।

**কৃষ্ণ :** (কোমল মাতেৰে) আশানে কি কয়নো !

**বুঢ়ী :** তেখেতে গ্ৰহৰ অৱস্থিতি বৰ ভাল বুলিয়েই কৈছে। আমাৰ ডাঙৰ মামাৰ নক্ষত্ৰ পাইছে। আপোনাৰ লগত আমাৰ মামাৰ চিনাকী আছিল নহয় ?

**কৃষ্ণ :** কি কথা কৈছে ? তেখেতক কোনে চিনি নাপাইছিল !

**বুঢ়ী :** তেখেতৰ সেই প্ৰতাপ, অনুৰাধাৰ শক্তি আছিল।

**কৃষ্ণ :** আমাৰ ডেঙুৰ ককাইদেউ যে, তেখেতৰ নক্ষত্ৰ ও অনুৰাধা আছিল। তেওঁও জানোঁ কম সৌভাগ্যবান আছিল ! ধন-সম্পত্তি, প্ৰতাপ···

**বুঢ়ী :** কাৰ কিমান সৌভাগ্য চাওক ! ডেঙুৰ ককাইদেউ মানে ডেঙুৰ পল্লু নহয় জানো ? এই···

**কৃষ্ণ :** পল্লু বুলি আগেয়েহে কৈছিল। আজিকালি পদ্মনাভ পিল্লাই বুলি কলেহে মানুহে চিনি পায়।

বুঢ়ী : এহ্ থওক। আগেয়ে তেওঁ কতদিন ইয়ালৈ আহি, বাহিৰতে বহি বহি ভাত খাই গৈছিল জানে জানে'? অথচ এতিয়া তেওঁ এজন লাখপতি! কিন্তু এটা কথা ক'বই লাগিব। এতিয়াও য'তেই দেখক, দৌৰি ওচৰলৈ আহি দুই-আষাৰ কথা নপতাকৈ নাযায়। অথচ কিমান ব্যস্ত থাকে!

গোবিন্দন : পিছে ধন যেনেকৈ উপাৰ্জ্জন কৰিছে সেইটো মন নকৰাই ভাল। সেইবোৰ চোৱাৰ প্ৰয়োজন নাই।

আশান্ : যেনেকৈ আহক, পইচা —পইচাই—

গোবিন্দন : ব্লেকেই হওক, হোৱাইটেই হওক পইচা—পইচাই নহয় জানো?

আশান্ : শেনৰ দৰে কিছুমানে পইচাৰ ওপৰে ওপৰে উৰি ফুৰে।

কৃষ্ণ : আজি তেখেত এজন কেৱল ধনী মানুহেই নহয়, সমাজৰ এজন মুখীয়াল লোক, ৰাইজৰ এজন মহান সেৱক।

গোবিন্দন : দেশত আজি এনে কোনো কাম নাই, যিটো ভেগুৰ পদ্মনাভ পিল্লায়ে কৰিব নোৱাৰে। সচাঁই তেখেত এজন আদৰ্শ পুৰুষ!

কৃষ্ণ : ( কথাবতৰাত অধিক মনোযোগ দি ) পদ্মনাভ পিল্লায়ে জন্ম গ্ৰহণ কৰোঁতে সেই পৰিয়ালৰ অৱস্থা কেনে আছিল আপোনালোকে নিশ্চয় নজনা নহয়। মই নকলেও হ'ব। তেখেতৰ মাকে আনৰ ঘৰত ঘৰসৰা, বাচন-বৰ্ত্তন ধোৱা, ধান বানি দিয়া আদি কাম কৰি যেনেতেনে চলি মেলি আছিল। স্কুলত কখমম কেটাও পঢ়োৱাৰ শক্তি নাছিল। সেই লৰা ভেগুৰ আজি লাখপতি, সমাজ কৰ্ম্মী, বুদ্ধিবান। একোৰে অভাৱ নাই আজি তেওঁৰ। বুজিছে সকলো গ্ৰহৰ ফেৰ। তাৰ বাহিৰে আৰু কি বুলি ক'ব পাৰি।

আশান্ : লিখা-পঢ়া নাজানিলে কি হ'ল? তেখেতৰ যি সৌভাগ্য!

কৃষ্ণ : মনিমঙ্গলম নামৰ নম্পুতিৰি পৰিয়ালৰ ঘৰত চাকৰৰ কাম কৰি পেট পুহিছিল লৰাটোৱে, জানে নহয়! মাত্ৰ তিনিটা বছৰহে। নম্পুতিৰিয়ে ঘৰদুৱাৰ বেচি দেশ এৰি গুচি গ'ল। চাকৰ জমিদাৰ হৈ বহিল।

গোবিন্দন : নম্পুতিৰিৰ দিন পৰি আহিছিল, আৰু ভেগুৰৰ দিন উঠি আহিছিল। যি হ'ব লগীয়া থাকে সি হৈহে এৰিব। ভাগ্যবানজনে একো নকৰাকৈয়ে সকলো লাভ কৰে।

আশান্ : ভেগুৰ আৰু নম্পুতিৰি দুয়োৰে ভাগ্যৰ লেখা।

কৃষ্ণ : এজনৰ ৰাজ আলি আন এজনৰ নৰ্দ্দমা।

গোবিন্দন : ( হাঁহি ) এৰা, এজনৰ সৌভাগ্য মানেই আনজনৰ দুৰ্ভাগ্য

**বুঢ়ী :** ঠিকেই কথাটো। ভাগ্যত নাশ পাবলৈ থাকিলে, নাশ পাব, আৰু কিবা ভাল ঘটিবলগা থাকিলে ভালটো ঘটিব। এইবোৰ জন্মমূহুৰ্ত্তৰ নক্ষত্ৰৰ প্ৰভাৱৰ বাহিৰে আৰু কি হ'ব পাৰে!

**কৃষ্ণ :** এৰা, সেইটোৱেই। গ্ৰহস্থিতি ভাল হ'লে সকলোবোৰ ভাল হয়। মানুহে এনেয়ে ভেণ্ডুৰ ককাইদেউক ঈৰ্ষা কৰিলে কি লাভ ?

**বুঢ়ী :** মই হলে তেওঁক বৰ শ্ৰদ্ধা কৰোঁ। কিয়নো, হাতত একো এটা নথকাকৈ, তেওঁ নিজৰ বুদ্ধিৰ বলতে আজি ইমানখিনি কৰিব পাৰিছে।

**আশান্ :** আৰু যাৰ হাতত হয়তো বহুতখিনিয়েই আছিল, তেওঁ নিজৰ অকৰ্ম্মন্যতাৰ বাবে আজি আটাইবোৰ হেৰুৱাই বহি আছে ( হাঁহে )

**কৃষ্ণ :** আজি কেনে ৰূপ চাওক। তেওঁ আজি সকলোৰে শ্ৰদ্ধাৰ পাত্ৰ। ধন হোৱাৰ লগে লগে আন সকলোবোৰো লাভ কৰিছে। তেওঁ এতিয়া সংসাৰৰ সকলো কথা আনসকলোতকৈ বহুত বেছি জানে। এম এ পাছ কৰা মানুহ আজি তেওঁৰ পাৰ্চনেল এচিষ্টেন্ট।

**গোবিন্দন :** অলপতে তেওঁ ভাৰতৰ বৈদেশিক নীতি সম্পৰ্কে এখন কিতাপ লিখিছে।

**আশান্ :** ( কথাৰ মাজতে ) ইংৰাজীত নে মলয়ালমত ?

**গোবিন্দন :** ( হাঁহি ) মলয়ালমত। অৱশ্যে তেখেতক হিংসা কৰা লোকে কিতাপখন আনে লিখি দিয়া বুলিয়েই কয়।

**আশান্ :** যদি তেওঁ আন কাৰোবাৰ হতুৱাই লিখাই লৈছে বুলি ধৰিও লওঁ, তাতেনো কি ক্ষতি আছে! যি লিখিছে তেওঁৰ নিজৰে যদি একো দুখ নাই, আনে কিয় দুখ কৰিব লাগিছে ?

**কৃষ্ণ :** ঠিকেই কৈছে। ধনৰ জোৰত জ্ঞানো কিনিব পাৰি।

**গোবিন্দন :** কিতাপখন সকলোবোৰ ভাৰতীয় ভাষাতে একেলগে প্ৰকাশ কৰাৰ ইচ্ছা তেওঁৰ।

**আশান্ :** বেছ বুদ্ধিমান তেখেত। সকলো ক্ষমতাই তেওঁ আজি লাভ কৰিছে। এই ঘৰতো সেই গ্ৰহ স্থিতি আজি লাভ কৰিছে।

( ভিতৰৰ পৰা কান্দোন শুনা যায়। সকলো চকিত হয়; মনে মনে বৈ যায়। বুঢ়ী ব্যগ্ৰ হৈ ভিতৰলৈ সোমাই যায়। গোবিন্দন বহাৰ পৰা উঠি দুৱাৰ মুখলৈ গৈ, ভিতৰলৈ চাই, থিয় হৈ ৰয়। আশানে পঞ্জিকাৰ পাত লুটিয়ায়। ভিতৰৰ কেঁকনিৰ শব্দই মাত্ৰ নীৰৱতা ভঙ্গ কৰে। বুঢ়ী অলপ পিছতে আকৌ ওলাই আহে। গোবিন্দনে দুৱাৰ মুখতে প্ৰশ্নসূচক দৃষ্টিৰে বুঢ়ীলৈ চায়। )

**বুঢ়ী :** ( ব্যগ্ৰ হৈ আশানৰ ওচৰলৈ গৈ ) আৰু বেছি পৰ নাই বুলি ঘৈছে। আশান, ৰাশিটো ভালদৰে চাই থাকাচোন।

( আশানে মন দি পঞ্জিকা চায় )

**বুঢ়ী :** ( নিজেই নিজকে কোৱাৰ দৰে ) আশানে কৈয়েই থৈছে তিথি আৰু নক্ষত্ৰ অতি উত্তম। আমাৰ ডাঙৰ মামা আৰু ভেণুৰ পদ্মনাভ পিল্লাইৰ সৈতে একে নক্ষত্ৰ পৰিব নহয় জানেঁা ?

**কৃষ্ণ :** দুয়ো দুই ধৰণে তেওঁলোকৰ ক্ষমতা লাভ কৰিছিল। কিন্তু কোনটো কম আছিল ?

**গোবিন্দন :** কি আশান ? গননাই কি কয় ?

( আশান যেন এটা গুৰুত্বপূৰ্ণ চিন্তাত ডুবগৈ আছে। গোবিন্দনৰ প্ৰশ্নৰ উত্তৰ নিদিয়ে )

**গোবিন্দন :** আশান, কাগজ পেঞ্চিল কিবা লাগিবনেকি ?

**আশান্ :** ( মূৰ তুলি একমূহুৰ্ত্ত দূৰলৈ চাই কিবা চিন্তা কৰি ) প্ৰসৱ হোৱা সময়টোৰ ওপৰত সকলো নিৰ্ভৰ কৰিছে।

**বুঢ়ী :** অতি বেছি, দহমিনিটমানৰ ভিতৰতে হ'ব বুলি ডাক্তৰে কৈছে।

**আশান্ :** ( হঠাৎ অতি গহীন হৈ, কপালখন কোঁচ খুৱাই মুখত হাত ফুৰাই ফুৰাই কয় ) আৰু পশিচ মিনিটমান পিছত হোৱা হ'লে !

( সকলো গহীন হৈ পৰে )

**আশান্ :** ( গহীন ভাবে ) কোনো উপায় নাই। চোৱা দুই বজাতহে অনুৰাধা আৰম্ভ হ'ব।

**কৃষ্ণ :** ( হঠাৎ থিয় হৈ গোবিন্দনক কয় ) ডাক্তৰক এবাৰ সোধাচোন, কিজানিবা অলপ পিচুৱাব পাৰেই। সোধাচোন লৰালৰিকৈ—

**বুঢ়ী :** বিশাখা চলি আছে নেকি আশান ?

**আশান্ :** অকল বিশাখাই নহয়,—পূৰ্নিমাৰ বিশাখা। লৰা হ'ব, কিন্তু···

**গোবিন্দন আৰু বুঢ়ী :** কিন্তু কি আশান ?

**আশান্ :** ওঁ, তেনে কোনো কথা নাই। তথাপি ডাক্তৰক এবাৰ সুধি চাব পাৰিনেকি ! সোধাই নহয়—পশিচ মিনিটমান পিচুৱাবলৈও ক'ব লাগে।

**গোবিন্দন :** ( উদ্বিগ্নতা নিয়ন্ত্ৰণ কৰি ) মা, ডাক্তৰক অকনমান বাহিৰলৈ মাতি আনিব পাৰিবানেকি ?

( বুঢ়ী সন্ত্ৰস্ত হৈ ভিতৰলৈ দৌৰি যায়। যোৱাৰ লগেলগে "হে মোৰ প্ৰভু

গোসাঁই, ৰক্ষা কৰা!" ইত্যাদি প্ৰাৰ্থনাৰে চিঞৰি যায়। মঞ্চত সকলো চিন্তিত হৈ থাকে। আশানে উদাসীন ভাবে ৰাকী দুজনক লাহে লাহে কয়)

**আশান্ :** বিশাখা নক্ষত্ৰ, বহাগ মাহ, পূৰ্ণিমা—বুদ্ধৰ জন্মৰ সময়।

**গোবিন্দন :** হঁা—(গোবিন্দনে বিমূঢ় ভাবে থিয় দি থাকে। কৃষ্ণই চকু দুটা ডাঙৰ কৈ মেলি দিয়ে)

**আশান্ :** গ্ৰহৰ স্থিতি সম্পূৰ্ণ একে। বিশাখা পৰিলে সেই একে যোগেই হয়।

**গোবিন্দন :** (বিব্ৰত) বিশাখা শেষ হ'বলৈ আৰু কিমান সময় আছে?

**আশান্ :** আৰু পচিশ মিনিট পাছতহে অনুৰাধা লাগিব।

**কৃষ্ণ :** (গোবিন্দনৰ ওচৰলৈ গৈ দুখ চিন্তা আদিৰে) ডাক্তৰক যি লাগে তাকে দিম, মাত্ৰ দহ-পোন্ধৰ মিনিটমান পিছুৱাই দিলেই হয়। তাকে ক'বা। (আশানক) আশান্, আৰু কিবা উপায় আছেনেকি? যদি বিশাখা থাকোতেই হৈ যায়, তাৰ দোষ কাটিবলৈ কিবা বিধান নাই জানো?

(আশানে চিন্তা কৰি থাকে)

**কৃষ্ণ :** অন্য গ্ৰহ অনুকূল থাকিলে এই গ্ৰহৰ দোষ কটাও যাব পাৰে।

**আশান্ :** ('সম্পূৰ্ণ অসম্ভৱ' এনে ভাব প্ৰকাশেৰে) অৱশ্যে বিশাখাতে যদি দোষ কাটিব পাৰি তেনে অন্য ব্যৱস্থা লোৱাৰ প্ৰয়োজন নাই। গ্ৰহৰ মিল ইমান সম্পূৰ্ণ হৈ পৰিছে যে বুদ্ধয়েই যেন দ্বিতীয়বাৰ আকৌ অৱতাৰ লাভ কৰিছে! গাৰ্হস্থ্য ধৰ্ম্ম ৰহিতো মুনি যোগমেত দা জীৱনং সকল লোক হিতানুকাৰে—এইবুলি শাস্ত্ৰত কৈছে। দিকবিদিক্ বিস্তৃত, কীৰ্ত্তিমন্ত আৰু সকলো লোক হিতানুকাৰী হৈ বহুজন হিতায়, বহুজন সুখায়······সকলো লোকৰ বাবে কাম কৰি যাব। এই বুলিয়েই ক'ব পাৰি। এৰা, বুদ্ধৰেই যেন দ্বিতীয় অৱতাৰ।

**কৃষ্ণ :** (থোকাথোকি মাতেৰে, বিয়াকুল ভাবে) তেন্তে কি ঘৰ সংসাৰ এৰি দিয়াৰ আশঙ্কা আছেনেকি বাৰু?

**আশান্ :** "সংসাৰখনেই কুটুম্ব" বুলি কোনোবাই কোৱা নাই জানো? কিন্তু এই সংসাৰতে আৰাধ্য আৰু অবিনাশী যশ লাভ কৰিব পাৰিব। মাক-বাপেক, ভাই-ভনী, ঘৰ-সংসাৰ আদিৰ বাবে ভাবিবলৈ অবসৰ নাই। যি সকলোকেই নিজৰ ভাই-ভনী বুলি ভাবে তেওঁৰ মাক-বাপেক আদিৰ প্ৰতি সুকিয়াকৈ আৰু কেনেকৈ চিন্তা হ'ব?

(বুঢ়ী ব্যাকুল ভাবে সোমাই আহে, আৰু আশানৰ ওচৰলৈ যায়। গোবিন্দনো চিন্তাগ্ৰস্ত ভাবে ওচৰ চাপি আহে)

বুঢ়ী : ( কালৈকো নোচোৱাকৈ ) হ'বই বোলে এতিয়া। ( হঠাৎ কৃষ্ণ পিল্লাইৰ মুখলৈ চাই ) কিবা গন্দগোল হৈছে নেকি আশান্ ? কিবা নহ'বলগীয়া হৈছে নেকি হে প্ৰভু !···

কৃষ্ণ : নাই একো হোৱা নাই। চিন্তা কৰিবলগীয়া হোৱা নাই একো।

আশান্ : ৰাশি-নক্ষত্ৰ সকলো হুবহু মিলি গৈছে। ভগবানৰ নাম লোৱা। একেবাৰে বুদ্ধৰ সমকক্ষ।

বুঢ়ী : মই একো বুজা নাই দেওহে আশান। কিনো হৈছে ?

আশান্ : বুদ্ধ, বুদ্ধ নাম শুনিছে নহয় ?

বুঢ়ী : যিজনে বৌদ্ধ ধৰ্ম্ম উলিয়াইছিল—( একাষত থকা বুদ্ধৰ মূৰ্ত্তিৰ পিনে দেখুৱাই ) সৌ যে সৌখন ছবি—

আশান্ : সেইজনেই। তেওঁ ৰাজকুমাৰ আছিল। কিন্তু শেষত সকলো ত্যাগ কৰি সন্ন্যাসী হৈছিল।

বুঢ়ী : ওঁ পিছে এতিয়া কি হ'ল ?

আশান্ : একো হোৱা নাই। অনুৰাধা লগাৰ আগেয়েই জন্ম হ'লে কিহ'ব চিন্তা কৰিছিলো।

বুঢ়ী : ( উৎকণ্ঠাৰে ) আশান্, অনুৰাধা আৰম্ভ হোৱাৰ আগেয়ে জন্ম হ'লে কিবা বেয়া ফল হ'বনেকি ?

( আশানে ওপৰলৈ চাই থাকে, যেন একো উত্তৰ দিব নোখোজে। )

কৃষ্ণ : ( বৰ দুখেৰে ) বুদ্ধৰ দৰেই হয়নেকি আকৌ।

বুঢ়ী : ( ভয় খাই ) হাঁয় হাঁয়। বুদ্ধৰ দৰে ? সন্ন্যাসী হৈ যাব !

আশান্ : বুদ্ধৰ দৰে নহয়, একেবাৰে বুদ্ধই। লোকৰঞ্জন, যশস্বী।

বুঢ়ী : ( যেন বৰ দুখেৰে ) সেইবোৰ যশ খিয়াতি, মোক একো নালাগে। হেৰা আশান্, ঘৰ-বাৰী এৰি, মাক বাপেকক এৰি, পৰিয়ালৰ সকলোকে পাহৰি—

আশান্ : বুদ্ধৰ মৃত্যুৰ পাছত আঢ়ৈ হাজাৰ বছৰ পাৰ হৈ গ'ল। কিন্তু আজিও সংসাৰে তেওঁৰ আৰাধনা কৰে। কি কোৱা—কৃষ্ণ পিল্লাই ? এটম বোমা তৈয়াৰ কৰা সকলেও বুদ্ধৰ বাৰ্ত্তা উচ্চাৰণ কৰে। সোণ ৰূপ মাৰ্ব্বল শিলেৰে তেওঁৰ মূৰ্ত্তি সাজি ৰাখে। ( আঁৰি থোৱা মূৰ্ত্তিৰ পিনে চাই ) কাত্যায়নী অম্মায়ো সোৱা তেওঁৰ মূৰ্ত্তিক পূজা কৰে !

বুঢ়ী : মই পূজা কৰোঁ ? সেইখন কাগজৰ ফুলৰ কেলেণ্ডাৰ, কোনে কৈছে পূজাৰ কাৰণে ?

**আশান্ :** সেইটো বুজিছো। কিন্তু সকলো ভগবানৰে কৃপা বুলি গ্ৰহণ কৰিব লাগিব।

**বুঢ়ী :** হে ভগবান! এই দুৰ্ভাগ্যহে আছিল এতিয়া? যথাবিহি পূজা পাতল আগবঢ়াম। মাত্ৰ হে মোৰ···

**আশান্ :** বিদ্বান সকলে কয় ভগবান আৰু বুদ্ধ একেজনেই। ভগবানেই যেতিয়া অৱতাৰ ল'ব খুজিছে, তাত বাধা দিলে···

**বুঢ়ী :** ( খঙেৰে ) সেই বুলি আৰু কাৰো ঘৰত, 'হে প্ৰভু অৱতাৰ লোৱা' বুলি কোনেও প্ৰাৰ্থনা নকৰে।

**আশান্ :** সেইটো আমি নিবিচৰা বস্তু ভগবানে আমাৰ হাতত দিব খুজিলে কেতিয়াবা বিপদেই। য'ত ভেণ্ডুৰক বিচৰা হৈছে তাৰ ঠাইত যদি বুদ্ধক পোৱা যায়, তেতিয়া হলে আৰু কেনেকৈ···

**কৃষ্ণ :** যিহওক বাৰু, ডাক্তৰক এবাৰ এইপিনে মাতি আনাচোন। তেখেতে চাগৈ সোনকালে প্ৰসৱ হ'বলৈ খৰখেদা লগাইছে।

( গোবিন্দনে ভাবি ভাবি ভিতৰলৈ সোমাই যায় )

**বুঢ়ী :** আৰু দহ-পোন্ধৰ মিনিটমান যদি কেনেবাকৈ পাৰ হৈ গ'লহেঁতেন, ভগবান!

**আশান্ :** তেতিয়াহলে সাক্ষাৎ ভেণ্ডুৰ। কাৰণ সেইটো ভেণ্ডুৰৰ জন্মৰ সময়।

**বুঢ়ী :** ( অসন্তোষ মনে ) ভাগ্যত থাকিব লাগিব, ভাগ্য বুজিছা? বংশৰ পুণ্য নাথাকিলে কৈ কি লাভ আছে?

( ডাক্তৰ আৰু পিছে পিছে বিষণ্ণ মনে গোবিন্দন সোমাই আহে )

**ডাক্তৰ :** কি হ'ল? কি লাগে?

**গোবিন্দন :** ( সংকোচেৰে ) সময় হৈ গৈছেনেকি? জানিব খুজিছিলে···

**ডাক্তৰ :** ভয়ৰ আৰু কাৰণ নাই। আৰু চাৰি পাঁচ মিনিটৰ বেছি সময় নালাগে।

**আশান্ :** সেই কাৰণেই তো এতিয়া ভয় হৈছে!

**বুঢ়ী :** এৰা বুজিছেনে ডাক্তৰণী আইদেউ—

**কৃষ্ণ :** পোন্ধৰ মিনিটমান যদি প্ৰসৱৰ সময় পিছুৱাই দিয়াৰ কিবা উপায় থাকিলহেঁতেন। কিবা ইনজেকছন আদি দি···

**ডাক্তৰ :** ( আচৰিত হৈ ) এতিয়া আৰু মোৰ হাতত কোনো উপায় নাই।

**বুঢ়ী :** কিবা কৰি পৰিয়ালটো বচাওক। মোৰ···

**কৃষ্ণ :** ডাক্তৰে এতিয়া ৰক্ষা নকৰিলে পৰিয়ালটোৰ বৰ ডাঙৰ ক্ষতি হ'ব।

**আশান্ :** ডাক্তৰ, পাৰে যদি বিপদটোৰ পৰা

**ডাক্তৰ :** কি বিপদ ?

( আটায়ে অলপ সময় মনে মনে থাকে )

**ডাক্তৰ :** পোন্ধৰ মিনিটৰ আগেয়ে প্ৰসব হ'লে কিহৰ বিপদ হ'বনো ?

**আশান্ :** মানে এইসময়ত ভাল গ্ৰহৰ স্থিতি নাই। পোন্ধৰ মিনিটৰ আগতে প্ৰসৱ হ'লে কেছুৱাৰ জন্ম পত্ৰিকা স্বয়ং বুদ্ধৰ জন্ম পত্ৰিকাৰ দৰে হ'ব।

**ডাক্তৰ :** অ' সেইটোটো বৰ ভাল কথা। ইমান ডাঙৰ এজন—

**বুঢ়ী :** ডাঙৰ ? নিজৰ ঘৰৰ, নিজৰ ৰাজ্যৰ কাৰো একো নকৰি সংসাৰখন সংস্কাৰ কৰিবলৈ তলৌতলৌকৈ ঘূৰি ফুৰি যিহে মহান কাম কৰিছিল ! নিজৰ হ'লেহে বুজিব !

**গোবিন্দন :** মা, অলপ মনে মনে থাকাচোন। ডাক্তৰ, কিবা ইনজেকছন আদি দি···

**ডাক্তৰ :** মাক আৰু সন্তান, দুয়োকে জীৱিত অৱস্থাত পাবলৈ বিচাৰেতো।

**বুঢ়ী :** কিবা এটা কৰিব পৰা হলে ডাক্তৰ···

**ডাক্তৰ :** মই কৈছোৱেই নহয়, দুটাকৈ প্ৰাণীৰ দায়িত্ব মই ল'ব নোৱাৰো।

**কৃষ্ণ :** নালাগে ডাক্তৰ, বিপদ মাতিব নালাগে। মোৰ ছোৱালী···

( ডাক্তৰ ভিতৰলৈ সোমাই যায় )

**বুঢ়ী :** ( কৃষ্ণ পিল্লাইক উদ্দেশ্য কৰি ) বিপদ মাতিব নালাগে বুলি ক'লে তেওঁ কিবা কৰিবনে ? বংশৰ হানী হ'লে আপোনাৰ নো কি দুখ হ'ব।···আনন্দহে হ'ব···

**কৃষ্ণ :** ছোৱালীজনীৰ জীৱনৰ কথা ভাবিহে। তাতকৈ ডাঙৰ···

**বুঢ়ী :** ( খঙেৰে ) ছোৱালী বাচক, বংশটো লোপ পাওক নহয় জানো ? মই তেতিয়া কিমান কৈছিলো, হেৰ, সেইখন ঘৰলৈ নাযাবি, নাযাবি। এতিয়া দেখিলি নহয় ?

**কৃষ্ণ :** ( একে খঙেৰেই ) কি দেখিলে ?

**বুঢ়ী :** যি দেখিলোঁ, সেইবোৰ ক'বলৈ মোৰ মুখ মেল খুৱাই ন'লবা।

**কৃষ্ণ :** কি ক'ব লগীয়া আছে, কৈ পেলোৱা। নোকোৱাকৈ এৰিব নালাগে।

**গোবিন্দন :** দুয়ো অলপ মনে মনে থাকিবনে ? সিপিনে প্ৰসৱ বেদনাত কষ্ট খাই আছে, আৰু ইয়াত হিচাব কৰাৰ শেষ নাই। মোৰ বিৰক্তি লাগিছে। আশান্, কিবা এটা দিহা দিয়ক—

**আশান্ :** ভগবানক প্ৰাৰ্থনা কৰা। ভাল দৰে প্ৰাৰ্থনা কৰা—

**বুঢ়ী :** ( একেদৰে খঙেৰেই ) এতিয়া ভাল দৰে প্ৰাৰ্থনা নকৰাৰ কাৰণেহে এইবোৰ হৈছে ! আজিলৈকে আটাইবোৰ দেৱতাকে প্ৰাৰ্থনা কৰাৰ যি সোপা ফল পালোঁ,

সেয়াটো দেখিলিয়েই গোবিন্দ! তই বেগাই এটা কাম কৰ, কুঞ্চী ধাইক মাতি আনগৈচোন। তাই আমাৰ সকলো কথা জানেই।

**আশান্ :** এৰা ঠিকেই, তাই দেখোঁন এই ডাক্তৰ দেবতা সকলতকৈ বেছি ভালহে। কিন্তু এতিয়া সময় আছে জানো। খৰধৰ কৰক চোন তথাপি।

**গোৰিন্দন :** ( লৰালৰিকৈ উঠি যাবলৈ উদ্যত হৈ ) গৈ একো লাভ নাই। তাই যদি ঘৰত আছেও, গৈ মাতি আনোঁগৈ মানে, এঘণ্টা লাগিব। ইয়াৰ পৰা দুমাইলমান নহ'ব জানো?

**আশান্ :** তেন্তে! ( চিন্তা কৰি ) চাওক, ত্যাগ কৰিবৰ বাবে বুদ্ধৰ এখন ৰাজ্য আৰু অগাধ সা-সম্পত্তি আছিল। কিন্তু আমাৰ তো সেই ভয় নাই। গতিকে···

**বুঢ়ী :** ( খঙেৰে ) তেনে কিবা থকা হ'লে এনেকৈ ভয় খাবলৈ কিটো আছিল! ধোঁৱা ওলোৱা খৰি, উলিয়াই থ'লো বুলি ভাবিব পাৰিলোহেঁতেন। এতিয়া কি যে কৰোঁ ভগবান!

**আশান্ :** কুঞ্চী ধাইৰ ব্যৱস্থাটোও হোৱাৰ সম্ভাৱনা নাই যেতিয়া কোনোবা মন্দিৰলৈ টোপোলা আগবঢ়াই বহি থকাৰ বাহিৰে উপায় নাই।

**বুঢ়ী :** তেন্তে তাক সোনকালে কৰা যাওক। আমাৰ ভেওুৰে নতুনকৈ কৃষ্ণৰ মন্দিৰ এটা সজাইছে নহয়, তালৈকে আগবঢ়াও তেনে। একেবাৰে জাগ্ৰত বুলি কয়। ঘৰে পৰাই মাতে তালৈকে আহে।

**আশান্ :** আহা হা—। দেৱতা হ'লে এনেহে হ'ব লাগে! সেইটো মন্দিৰ উঠাৰ পাছৰ পৰা পুৰনি মন্দিৰবোৰলৈ আটাইবোৰ মানুহেই আজিকালি পিঠি দিছে। এৰা, ভাগ্যবান দেৱতা অহাৰ লগে লগে বাকীবোৰ দেৱতা দেৱলীয়া হৈ গৈছে। এৰা, এইজনা নতুন দেবতালৈকে আগবঢ়োৱা ভাল হ'ব।

( হঠাৎ ভিতৰৰ পৰা এটা দীঘলীয়া কান্দোন শুনা যায়। সকলো স্তব্ধ হৈ ৰয়। গোবিন্দন নায়াৰে ইফালৰ পৰা সিফাললৈ অহাযোৱা কৰি থাকে।

**কৃষ্ণ :** ( অতি শঙ্কাৰে ) কৃষ্ণৰ মন্দিৰলৈ দহমোন গাখীৰৰ পায়সৰে নৈবেদ্য দিম। শুভদৃষ্টি দিবা প্ৰভু!

**আশান্ :** আমি সকলোৱে এক ধ্যানে প্ৰাৰ্থনা কৰোঁহক! আহাঁ গোবিন্দন নায়াৰ প্ৰাৰ্থনা কৰোঁ!

( গোবিন্দন যেন জঠৰ হৈ থিয় দি থাকে )

**বুঢ়ী :** ওঁ. প্ৰাৰ্থনা কৰ গোবিন্দ। দহ মোন নহয়, আমাৰ ফালৰ পৰা একৈশ মোণ দিম। হে মোৰ কৃষ্ণ, সৰ্ব্বশক্তিমান

( চকু মুদি ধ্যান কৰাৰ দৰে থিয় হয় )

**কৃষ্ণ :** কাইলৈকে পূজা আগবঢ়াম। আঢ়ৈ মোন ফুলেৰে পুষ্পাঞ্জলিও দিম।

( ভিতৰত কেছুৰাই কন্দাৰ শব্দ হয়। লগে লগে বুঢ়ীয়ে, "হাঁয় হাঁয়, হৈয়েই গ'ল—আগতেই হৈ গ'ল, আমাৰ সৰ্ব্বনাশ হ'ল।" এইবুলি চিঞৰি চিঞৰি চকীখনত বাগৰি পৰে। গোবিন্দনে দৌৰি গৈ বুঢ়ীক ধৰে। কৃষ্ণ পিল্লাইয়ে মূৰত হাত দি বহি পৰে। এক বিষণ্ণ পৰিস্থিতি। আকৌ কেছুৰাৰ কান্দোন শুনা যায়। আশানে সকলোলৈকে গহীন ভাবে এবাৰ চাই এটা মিচিকি হাঁহি মাৰে।

**আশান্ :** দেবতাই হয়তো আমাৰ প্ৰাৰ্থনাৰ ভুল অৰ্থ কৰিলে। আচলতে শীঘ্ৰেই প্ৰসৱ হ'বৰ বাবে প্ৰাৰ্থনা কৰা বুলি ভাবিলে কিজানি—

( ডাক্তৰ সোমাই আহি বাহিৰৰ দৃশ্য দেখি স্তম্ভিত হয় )

**ডাক্তৰ :** লৰা হৈছে।…কি হ'ল ?

( বুঢ়ীৰ ওচৰলৈ গৈ হাতত ধৰি নাড়ী পৰীক্ষা কৰি চায় )

**আশান্ :** একো হোৱা নাই। ঈশ্বৰে দ্বিতীয়বাৰ ভুল কৰিলে, এনে ভুল নোহোৱা হ'লে জানোঁ। 'যুগে যুগে' এইদৰে দুৰ্ঘটনা ঘটিলহেঁতেন! ঈশ্বৰ হলেও, দুই-তিনিবাৰৰ পাছত অন্ততঃ কথাবোৰ বুজি পাব লাগে।

( কেছুৰাই ডাঙৰকৈ কান্দে )

**বুঢ়ী :** ( মূৰ তুলি বুদ্ধৰ মূৰ্ত্তিলৈ আঙুলি দেখুৱাই ) সোটো, সোটো ভাঙি পেলা, টুকুৰা টুকুৰ কৰি পেলা—টুকুৰা টুকুৰ কৰি পেলা…

( পুনৰ ক্লান্ত ভাবে বাগৰি পৰে )

## পাত্ৰ

শ্ৰীকুমাৰ

লতা

মীনাক্ষী অম্মা

বাবু

শ্ৰীনু

কিট্টুন্নী

মাধৱন নায়াৰ

ডাক্তৰ

মাধৱ মেননৰ বিৰাট দালান। দালানৰ এটা বিশেষ কোঠা। কোঠাৰ ভিতৰত প্ৰয়োজনীয় কেটামান বস্তু। বস্তুবোৰ দামী আৰু সুন্দৰকৈ ৰখা হৈছে। মেননৰ সৰু জীয়েক লতাই একাষৰ টেবুলত থকা ৰেডিঅ' বজাই আছে। তাইৰ বয়স-তেৰ পোন্ধৰ বছৰৰ ভিতৰত হ'ব। এটা সহজ সুৰৰ মলয়ালম গীত ৰেডিঅ'ত বাজি আছে। ৰেডিঅ'ৰ গীতটোৰ লগে লগে লতায়ো সুৰ মিলাই গাবলৈ আৰম্ভ কৰে। গীতৰ লয়ৰ লগে লগে লতাৰ কণ্ঠৰ ধ্বনী ক্ৰমে ডাঙৰ হৈ গৈ থাকে। তাকে শুনি লতাৰ কাকায়েক শ্ৰীকুমাৰ ওলাই আহে। তেওঁৰ বয়স ত্ৰিশৰ ভিতৰত। মুখত কিছু চিন্তাৰ চিন। লতাই তেওঁক প্ৰথমে নেদেখে।

**শ্ৰীকুমাৰ :** ( মঞ্চৰ মাজলৈ আহি মাতে ) লতা !

( লতাই উচপ খাই ঘূৰি চায় )

**শ্ৰীকুমাৰ :** ( অলপ খঙেৰে ) গান গাবলৈ ভাল সময় পাইছ !

**লতা :** ( কথাটো ধৰিব নোৱাৰি সঙ্কোচেৰে ) কি হ'লনো দাদা ?

**শ্ৰীকুমাৰ :** ( লৰালৰিকৈ আগবাঢ়ি গৈ ৰেডিঅ'ৰ চুইচটো অফ্ কৰি দিয়ে ) অলপ মূৰত বিবেচনা শক্তি থাকিব লাগে বুজিছ। সময় অসময় নভবাকৈ গানগোৱা ফুৰ্ত্তীকৰা ভাল নহয়। ( লতাই শ্ৰীকুমাৰৰ কথাৰ অৰ্থ বুজিব নোৱাৰি তেওঁৰ মুখলৈ চাই বিমূঢ় ভাবে থিয় দি থাকে ) বুজিলো বাৰু, তই বয়সত সৰু। তথাপি বয়স অনুযায়ী বুদ্ধি থাকিব লাগে। টেলেকা টেলেকি কৰি চাই থিয় হৈ আছ কিয় ? একো কাম নাই যদি ভিতৰলৈ গৈ ক'ৰবাত মনে মনে বহি থাকগৈ। আৰু যাতে মাত শুনিবলৈ নাপাওঁ। ( লতা সম্পূৰ্ণ ৰূপে বিমূঢ় হৈ পৰে। মুখৰ পৰা আনন্দৰ ভাব আঁতৰি যায়। চকু চলচলীয়া হৈ পৰে। কি ক'ব, কি কৰিব, বুজিব নোৱাৰি ইতস্ততঃ কৰি থাকে। ) মোৰ কথা শুনিছনে নাই ? যা ইয়াৰ পৰা। এতিয়া গান গোৱাৰ সময় ! ( লতাই তলমূৰ কৰি লাহে লাহে ভিতৰলৈ যাবলৈ ধৰে। তাই দুৱাৰমুখ পাওঁতেই মাক মীনাক্ষী অম্মা ওলাই আহে। লতাৰ চকুত পানী দেখি বাটতে তাইৰ হাতখনত ধৰি কাৰণ সোধে )

**মীনাক্ষী :** কি হ'ল আই ? ( লতাই নীৰৱে তলমূৰ কৰি থাকে ) মনমাৰি আছ কিয় ? ( লতাই হাতখন এৰুৱাই আনিবলৈ চেষ্টা কৰে। ) কি হ'ল কচোন।

( শ্ৰীকুমাৰে যেন বিৰক্তিৰে ইফালে সিফালে অহা যোৱা কৰি থাকে। লতাই মাকৰ মুঠিৰ পৰা নিজৰ হাতখন একৰাই দৌৰি ভিতৰলৈ সোমাই যায়। )

**মীনাক্ষী :** ( কিবা এটা যেন বুজি পাই লতা যোৱাৰ পিনে চাই থাকে। তাৰ পিছত শ্ৰীকুমাৰৰ ওচৰলৈ যায় ) কি অ' শ্ৰীকুমাৰ, লতা দেখোঁন খং কৰি গুচি গ'ল ? ( শ্ৰীকুমাৰে মাকৰ কথালৈ কান নিদি আগৰ দৰেই অহাযোৱা কৰি থাকে। ) হেৰ তোকেহে সুধিছো, শুনিছনে ? ( উত্তৰৰ বাবে অলপ পৰ ৰৈ ) শ্ৰীকুমাৰ, শুনা নাই নেকি কানেৰে ?

**শ্ৰীকুমাৰ :** অ' মা—

**মীনাক্ষী :** এৰা মাৰেই। কথাৰ উত্তৰ নিদিয় কিয় ?

**শ্ৰীকুমাৰ :** ছোৱালী মানুহে কেতিয়া কেনেকৈ থাকিব লাগে জানিব লাগে।

**মীনাক্ষী :** তাইনো কি কৰিলে ?

**শ্ৰীকুমাৰ :** মই আহি দেখিছো, তাই ইয়াত বহি ডাঙৰ ডাঙৰকৈ গান গাই আছে।

**মীনাক্ষী :** গান গালে কিবা কেনেকৈ থাকিব লাগে নজনা হ'লনেকি ?

**শ্ৰীকুমাৰ :** সেইটো নহয় মা—

**মীনাক্ষী :** তেন্তেনো আকৌ কি হ'ল ?

**শ্ৰীকুমাৰ :** আজি ইয়াত বহি এনেকৈ গান গোৱা উচিত হৈছে জানো ?

**মীনাক্ষী :** আজিনো কি বিশেষ ঘটনাটো ঘটিছে।

**শ্ৰীকুমাৰ :** ( মাতটো সৰু কৰি ) ৰেখা বৰ অসুস্থ।

**মীনাক্ষী :** তোৰ ঘৈনীয়েৰৰ আকৌ কি বেমাৰ ওলাল ? এই মাত্ৰ দেখোঁন দাঁত ঘঁহি ঘঁহি ভিতৰলৈ গৈছেহে !

**শ্ৰীকুমাৰ :** ডাক্তৰে কৈছে দুই এদিনতে তেওঁৰ কেচুৱা হ'ব।

**মীনাক্ষী :** পিছে কি হ'ল ?

**শ্ৰীকুমাৰ :** লতাই ইয়াত বহি ডাঙৰ ডাঙৰকৈ গান গাই থাকিলে তেওঁ কি বুলি ভাবিব ?

**মীনাক্ষী :** তেনেহলে তোৰ ঘৈনীয়েৰৰ প্ৰসৱকাল হৈছে বুলি ঘৰৰ আটাইবোৰে কথাবতৰা নকৈ, একো নাখাই নবৈ, উশাহ বন্ধ কৰি বহি থাকিব লাগিব ?

**শ্ৰীকুমাৰ :** মই সেই কথা কোৱা নাই।

**মীনাক্ষী :** ক'ব লাগিছে কিয় ? হেৰ, এই সংসাৰত কিমানবোৰ তিৰোতাই প্ৰসৱ কৰিব লাগিছে, কিমানবোৰ কেচুৱা জন্ম হৈছে, কিমান মৰিছে— !

**শ্ৰীকুমাৰ :** মা—

**মীনাক্ষী :** তই মই চিন্তাভাবনা কৰি মৰিলেও হবলগীয়াটো নোহোৱাকৈ নাথাকে। বুৰ্ব্বক ; ছোৱালীজনকে অনৰ্থক কন্দুৱাইছে। কথা এটা সোঁধো বাৰু। তই যে দুজন বন্ধুক ঘৰলৈ নিমন্ত্ৰণ কৰি আনিলি সিহঁতৰ কিবা খা-খবৰ কৰিছনে তই? সিহঁত শুই উঠিলনে, মুখ ধুলেনে, কফি খালেনে—সেইবোৰ কিবা খা-খবৰ লৈছনে?

( পটভূমিত এটা সুললিত গানৰ সুৰত কোনোবাই সুহুৰিয়ায় )

**মীনাক্ষী :** ( কান পাতি শুনি ) তই চিন্তা ভাবনা কৰিলেও নকৰিলেও তোৰ ঘৈনীয়েৰৰ প্ৰসব হ'ব। এতিয়া নিজৰ বন্ধুইতৰ অলপ খবৰ ৰাখ।

( সুহুৰিৰ শব্দ ওচৰ চাপি আহে। মীনাক্ষী সোমাই যায়। শ্ৰীকুমাৰ বিৰক্তি সহকাৰে এঠাইত বহি পৰে। শ্ৰীনু আৰু বাবু ওলাই আহে! দুয়োৰে বয়স শ্ৰীকুমাৰৰ সমান। বাবুৱে দাড়ি খুৰাবৰ কাৰণে মুখত চাবোন লগাই আহিছে। তেওঁৰ হাতত চেফটি ৰেজৰ। শ্ৰীনুৱে টুথ ব্ৰাচত পেষ্ট লগাই বাওঁ হাতত লৈ আছে। সোঁহাতত এটা জ্বলোৱা চিগাৰেট। সুহুৰিটো শ্ৰীনুৱে বজাইছে। বাবুৰ গাত এটা খাকী পেণ্ট আৰু হাত কটা গেঞ্জী। কান্ধত এখন টাৰ্কিচ টাৱেল। শ্ৰীনুৱে বগা পাইজামা আৰু 'আৱাৰা' কামিজ পিন্ধিছে। ডাঙৰ গামোচা এনেকৈ আৱাৰৰ দৰে মূৰত পাগুৰি মাৰিছে দুয়োৰে হাত ঘড়ী। বাবুৱে ৰেডিঅ'টো দেখা পায়। সেইপিনে পোনাই গৈ তাৰ কাষত থিয় হৈ সৈনীক এটাৰ দৰে চেলাম কৰে। তাৰ পিছত বিনীত ভাব কয় )

**বাবু :** ( ৰেডিঅ'টোক উদ্দেশ্য কৰি ) হেলো, অপুনি কিয় এনেকৈ মনে মনে বহি আছে? কিবা ক'ব বা গাব নোৱাৰে নেকি?

( শ্ৰীনুৱে অৰ্থপূৰ্ণ দৃষ্টিৰে শ্ৰীকুমাৰৰ ফালে চায়। শ্ৰীকুমাৰে মন নকৰে। কিবা যেন চিন্তামগ্ন )

**বাবু :** ( ৰেডিঅ' বজায় ) লাহে লাহে আৰম্ভ কৰিব মহাশয়—

( আতঁৰি থিয় হয়। ৰেডিঅত এটা লঘু গীত শুনা যায়। বাবুৱে গীতৰ লগে লগে নাচিবলৈ চেষ্টা কৰে। )

**শ্ৰীনু :** ( উৎসাহ দি ) বা বা—বা বা—

**বাবু :** ( নাচ শেষ কৰি শ্ৰীকুমাৰৰ পিনে চায় ) এওঁ বিশ্বামিত্ৰ আৰু মই মেনকা। এওঁৰ তপস্যা ভঙ্গ কৰিবলৈ আহিছো ( পুনৰ নাচি নাচি শ্ৰীকুমাৰৰ ওচৰলৈ গৈ হাতত জোৰ কৰে ) মুনিপুঙ্গৱ, জাগক জাগক!

**শ্ৰীনু :** ( আনফালেদি ওচৰলৈ গৈ প্ৰনাম কৰি ) উঠক, উঠক,

বাবু : ফুল মুকুলিত হৈছে—

শ্ৰীনু : চৰায়ে গীত গাইছে

বাবু : প্ৰকৃতি মুখৰিত হৈ পৰিছে—

শ্ৰীনু : পেটত ৰামায়ন-মহাভাৰত আৰম্ভ হৈছে।

বাবু : বেড-কফি এতিয়াও আমাৰ স্বপ্ন হৈয়ে আছে।

শ্ৰীনু : জাগক

বাবু : উঠক

শ্ৰীকুমাৰ : ( বহাৰ পৰা উঠি, গহীন ভাবে ) বন্ধুইঁত—

বাবু : শুনা শুনা—

শ্ৰীকুমাৰ : এয়া হাঁহি-ধেমালীৰ সময় নহয়—

বাবু : হিয়াৰ হিয়াৰ—

শ্ৰীকুমাৰ : ভগবানৰ শপত—ধেমালী বন্ধ কৰা।

( শ্ৰীকুমাৰৰ ভাব গতি দেখি বাবু আৰু শ্ৰীনুৱে ইটোৱে সিটোলৈ বিমূঢ় হৈ চাই থাকে।

বাবু : কি হৈছে অ'—

শ্ৰীকুমাৰ : মোক ক্ষমা কৰিবি

শ্ৰীনু : ই কিবা নাটকৰ অভিনয় কৰিছেনেকি ?

শ্ৰীকুমাৰ : এৰা ঠিকেই। ইয়াত ঘৰৰ ভিতৰত এখন অতি ডাঙৰ নাটকৰ ৰঙ্গমঞ্চ তৈয়াৰ হ'বলৈ ধৰিছে।

বাবু : ভিতৰত নাটক ? কি নাটক ?

শ্ৰীকুমাৰ : অঁ, জীৱন-নাটক।

শ্ৰীনু : খোলাখুলিকৈ ক অ'!

শ্ৰীকুমাৰ : মোৰ পৰিবাৰৰ মানে

শ্ৰীনু : ( ডাঙৰকৈ হাঁহি ) বিপদ, বিপদ—

বাবু : কিবা ভয়ঙ্কৰ বিপদ—

শ্ৰীকুমাৰ : লাহে লাহে ক, লাহে লাহে হাঁহ

বাবু : গৰ্ভধাৰিণীৰ বাবে হাঁহিৰ শব্দ শুনাও মানানেকি ?

শ্ৰীকুমাৰ : তেওঁৰ বেদনা আৰম্ভ হৈছে

শ্ৰীনু : ( আশ্বস্ত হোৱাৰ দৰে ) এইটোৱেইনে কথা ? ঘৈনীয়েকবোৰে গৰ্ভধাৰণ কৰে, গৰ্ভিনীৰ বেদনা হয় আৰু বেদনা ভুগি ভুগিয়েই প্ৰসৱ কৰে।

**শ্ৰীকুমাৰ :** ( অশ্বস্তিৰে ) লাহে লাহে কঅ' শুনিব

**বাবু :** ইয়াৰ চিন্তা দেখি ভাব হৈছে যেন ই নিজেহে প্ৰসৱ বেদনা ভোগ কৰিছে।

**শ্ৰীনু :** অঁ সেই বেদনা কিন্তু সাংঘাতিক !

**শ্ৰীকুমাৰ :** ঠিকেই কৈছ। বেদনা সঁচাই হৈছে। তহঁতেহে বিশ্বাস কৰিব নোখোজ।

**বাবু :** আমি বিশ্বাস কৰিছো।

**শ্ৰীনু :** কেৱল বেদনাই নহয় প্ৰসৱো যে তোৰেই হ'ব খুজিছে তাকো মানি লৈছো। হেৰ তোৰ বিয়াৰ কথা চলি থাকোঁতে আমি তোক কি কৈছিলোঁ ?

**বাবু :** তই পাহৰি গলিনেকি ? তোক কোৱা নাছিলো, সেই বন্দী জীৱনৰ ফান্দত মূৰ নুসুমাবি।

**শ্ৰীনু :** তই আমাৰ সেইকথা তেতিয়া শুনিছিলি ?

**বাবু :** এতিয়া ভুগি মৰ। ভোগ ভালকৈ।

**শ্ৰীনু :** ইয়াতে জানোঁ শেষ আছে !

**বাবু :** অহা বছৰলৈও তোৰ ঘৈনীয়েৰে আৰু এটা কেচুৱা পাব

**শ্ৰীনু :** তাৰ পিছৰ বছৰো ঘৈনীয়েৰে কেচুৱা পাব।

**বাবু :** এনেকৈ বছৰে বছৰে একেৰাহে তহঁতৰ লৰাছোৱালী হৈ থাকিব।

**শ্ৰীনু :** তই এক ডজন সন্তান লগত লৈ চলা ফুৰা কৰিবি।

**বাবু :** এটাৰ খজলি

**শ্ৰীনু :** এটাৰ গ্ৰহনী

**বাবু :** আৰু এটাৰ গাত এসোপা ঘা ফোঁহা

**শ্ৰীনু :** আৰু আন এটাৰ পেট কামোৰণি, শাওঁ পৰা

**শ্ৰীকুমাৰ :** তহঁতে কথা লাহে লাহে কবিনে, নে মনে মনে থাকিবি।

**বাবু :** বিবাহ নামৰ অপৰাধৰ বাবে ঈশ্বৰে যি শাস্তি বিধান কৰে সেইবোৰেই হৈছে এইবোৰ। এতিয়া ভোগ, ভালকৈ ভোগ।

**শ্ৰীনু :** বাৰু, সেইবোৰ যাবলৈ দে। চিকাৰলৈ কেতিয়া ওলাবি ?

**শ্ৰীকুমাৰ :** চিকাৰলৈ ?

**শ্ৰীনু :** কি অ', প্ৰগেমটো পাহৰিলিয়েইনেকি ? নদীখন বৰ ভাল। নাও লৈ ফুৰি ফুৰি যাব পৰা যাব। তাৰ পিছত প্ৰকাণ্ড হাবি। সুন্দৰ চিকাৰৰ ঠাই। তয়েই দেখোঁন সেইবোৰ লিখি পঠাইছিলি। আৰু সেইকাৰণেই আমি আহিলোঁ।

**বাবু :** এসপ্তাহৰ প্ৰগেম কৰি পঠাইছিলি দেখোঁন।

**শ্ৰীকুমাৰ :** এতিয়া ক্ষমা কৰিবি ভাই—

শ্রীনু : চিকাৰলৈ যাওঁতে জন্তু জানোৱাৰে ক্ষমা কৰে যদি কৰক। আমি ক্ষমা কৰাত নাই।

শ্রীকুমাৰ : মোৰ কথা অলপ শান্তিৰে শুনচোন।

বাবু : শুনিম।

( দুয়ো এখন এখন চকীত গৈ বহে )

শ্রীনু : ক, শুনোঁ।

শ্রীকুমাৰ : মোৰ নিমন্ত্রণ পাই তইঁত দুয়ো আহিলি। ঠিক আছে। চিঠিত লিখা কথাবোৰ সকলো সঁচা। কিন্তু…

বাবু : ( বিৰক্তিৰে ) কিন্তু—?

শ্রীকুমাৰ : এতিয়া এক প্রতিকূল পৰিস্থিতিৰ বাবে প্রগ্রেমটো স্থগিত ৰাখিব লগীয়া হৈছে।

বাবু : আৰু বৈ থকা নাযায়—

শ্রীনু : ময়ো নোৱাৰো

( দুয়ো বহাৰ পৰা থিয় হয় )

শ্রীকুমাৰ : এই সংকটৰ কথাটো অলপ চিন্তা কৰ্

বাবু : তোক ঘৰৰ পৰা যে খেদি উলিয়াই দিয়া নাই সেয়ে মঙ্গল।

শ্রীনু : এৰা, ভালদৰে মাৰ সোধাই, ডিঙিত ধৰি গতিয়াই ঘৰৰ পৰা যে উলিয়াই দিয়া নাই, সেয়ে ভাগ্য।

শ্রীকুমাৰ : মোক ভুল নুবুজিবি। এজন স্বামী হিচাবে মোৰ কিছুমান দায়িত্ব আছে।

বাবু : সেই দায়িত্বকে ভাল দৰে পালন কৰি থাক।

শ্রীনু : এটা কথা। এতিয়া আৰু তোৰ বন্ধুবান্ধব নাই। তোৰ স্বাধীনতা নাই। তোৰ জগতখন থুপ খাই খাই তোৰ পত্নী আৰু সন্তানৰ মাজতে সীমাবদ্ধ হৈ পৰিব।

বাবু : পৰলোক প্রাপ্ত ইয়াৰ স্বাধীনতাৰ আত্মাৰ—

শ্রীনু : চিৰ শান্তি হওক।

বাবু : আৰু এটা প্রার্থনা কৰো। ইয়াৰ ঘৈনীয়েকৰ

শ্রীনু : সদা প্রসব হওক।

দুয়ো : ( হাত জোৰ কৰি ) ওঁম্ শান্তি! শান্তি!

( ঘৰৰ বান্ধনি কিট্টুনী প্রবেশ কৰে )

বাবু : ( চকু মেলি কিট্টুনীক দেখি ) হেৰ এইফালে আহ।

**শ্ৰীনু** : তোৰ ঘৈনীয়েৰৰ প্ৰসৱৰ সময় হৈছে

**কিট্টুনী** : ( মুখত হাত দি ) প্ৰসৱ হ'ব ক'ৰ পৰা, গৰ্ভই হোৱা নাই।

**বাবু** : সেইটোৱেই আচল কথা। বান্ধ, বৰ ভাগ্যৰ কথা যে আমি বাচি গ'লো।

**শ্ৰীনু** : যি হৈছে হৈছে, এতিয়া বাথৰুমটো দেখুৱাই দে।

**বাবু** : আৰু গাধোৱাৰ পিছত ব্ৰেকফাষ্ট পাব লাগে।

**শ্ৰীনু** : তাৰ পিছত বাচ ষ্টেণ্ডলৈ যোৱা বাটটো দেখুৱাই দিবি। **শুনিছ নহয়,** গোটেই কথাবোৰ ?

**কিট্টুনী** : শুনিলোঁ।

**বাবু** : তেন্তে খৰ কৰ যা ( শ্ৰীকুমাৰক উদ্দেশ্য কৰি ) গুডবাই

**শ্ৰীকুমাৰ** : খং কৰি যাবলৈ ওলাইছনেকি ?

**শ্ৰীনু** : সকলো লিখি জনাম।

( দুয়ো কিট্টুনীৰ পিছে পিছে যায়। শ্ৰীকুমাৰ আকৌ চিন্তামগ্ন হৈ পৰে। ৰেডিঅ'ত এক আমনিদায়ক বাদ্যসঙ্গীত শুনা যায়।

অলপ পাছত মাধৱন মেনন সোমাই আহে। মেনন শ্ৰীকুমাৰৰ দেউতাক। তেওঁ শ্ৰীকুমাৰ বহি থকালৈ এক সন্দেহৰ দৃষ্টিৰে চায়। ৰেডিঅ'টো অফ কৰি দিয়ে। শ্ৰীকুমাৰে ৰেডিঅ' বন্ধ হৈ যোৱাও ক'ব নোৱাৰে। মাধৱ মেনন আগুৱাই আহে। অলপ পৰ মনোযোগেৰে শ্ৰীকুমাৰলৈ চাই মাত দিয়ে )

**মাধৱন** : শ্ৰীকুমাৰ

( শ্ৰীকুমাৰে দেউতাকৰ মাতত উচপ খাই থিয় দিয়ে )

**মাধৱন** : তোৰ বন্ধু দুজন যাবলৈ ওলাইছে। তই মাত দিবলৈ যোৱা নাই কিয় ?

**শ্ৰীকুমাৰ** : সিহঁতে বিদায় লৈ গৈছে

**মাধৱন** : বাচষ্টেণ্ডলৈকো তই যাব পাৰিলিহেঁতেন।

**শ্ৰীকুমাৰ** : কিট্টুনী গ'লেই হ'ব বুলি কৈছে সিহঁতে।

**মাধৱন** : তই যে ইয়াত এনেকৈ বহি আছ, তোৰ হৈছে কি ?

**শ্ৰীকুমাৰ** : একো হোৱা নাই দেউতা।

**মাধৱন** : তেনেকে ক'লে নহ'ব। তোৰ গা ভাল নহয় যেন দেখিছো, কি হৈছে ?

**শ্ৰীকুমাৰ** : মূৰটো কামুৰি আছে।

( লাহেকৈ ভিতৰলৈ সোমাই যায় )

**মাধৱন** : ( অলপ পৰ চিন্তা কৰি থাকি ) মীনাক্ষী…মীনাক্ষী

( মীনাক্ষী অম্মা ওলাই আহে )

**মাধৱন :** তেওঁলোক গ'লগৈ নেকি ?

**মীনাক্ষী :** কফি খাই আছে

**মাধৱন :** শ্ৰীকুমাৰৰ কি হৈছে বাৰু ?

**মীনাক্ষী :** বুৰ্ব্বক এটা ! ডাক্তৰে হেনো কৈছে ৰেখাৰ আজিকালিতে প্ৰসৱৰ দিন।

**মাধৱন :** সেইটো তাৰ বাবে আনন্দৰহে কথা।

**মীনাক্ষী :** তাৰ আকৌ চিন্তাহে হৈছে।

**মাধৱন :** চিন্তা ! প্ৰসৱৰ বেদনা আৰম্ভ হৈছে নেকি ?

**মীনাক্ষী :** হ'লেই যেনিবা। কিহৰ চিন্তাটো ? মই জানো আঠবাৰকৈ প্ৰসৱ কৰা নাই ? আপুনি ক'ত আছিল ? চিন্তা কৰিবলৈ মোৰ ওচৰত আছিল জানেঁা ?

**মাধৱন :** আজিকালি লৰাবোৰ দুৰ্ব্বল হৈ আহিছে। আমাৰ দিনত তেনে নাছিল।

**মীনাক্ষী :** ভয় খোৱাৰ বেলিকা ছোৱালীজনীও কম নহয় !

**মাধৱন :** সিহঁত কাৰো দোষ নাই। সমগ্ৰ নতুন পুৰুষৰে দোষ। ইহঁতক গৰিহনা দি লাভ নাই।

**মীনাক্ষী :** কিন্তু মই নমতাকৈ থাকিব নোৱাৰোঁ

**মাধৱন :** ৰেখা এতিয়াও শুই আছেনেকি ? কেদিনমানৰ পৰা দেখিছো তাই শুয়েই আছে। এৰা। দিনকাল কেনেদৰে সলনি হ'ল ! আগলৈ যে ইহঁতৰ কি হ'ব ক'বই পৰা নাযায়।

**মাধৱন :** সেইবোৰ চাবলৈ তুমি আৰু মই হয়তো নাথাকিম

**মীনাক্ষী :** উঁ হোঁ, যিহয় হওক ! নিজৰ চকুৰ আগত ভালে ভালে দেখি থাকিবলৈ পালেই ভাল ! অঁ, মোক কিয় মাতিছিল ?

**মাধৱন :** সেই, শ্ৰীকুমাৰৰ কথা সুধিবলৈকে

**মীনাক্ষী :** তেওঁলোক যাবৰে হ'ল চাগৈ। আপুনি এবাৰ যাওকচোন। যাবৰ সময়ত বিদায় দিবলৈ এজন থাকিব লাগে।

**মাধৱন :** এৰা ঠিকেই কৈছা। ( সোমাই যায় )

( লতা ওলাই আহে )

**লতা :** মা এতিয়া ভাল গান দিব। মই ৰেডিঅ'টো অন কৰো নে ?

**মীনাক্ষী :** নালাগে আই, থাওক এতিয়া

**লতা :** ভাল গান আহিব মা—

**মীনাক্ষী :** মাত্ৰ এটা বা দুটা দিনহে। সি বিনা কথাতে খং খায়, দেখা নাই জঁানো ?

**লতা :** গান শুনাটো বৌৰ কাৰণেও ভাল, নহয় জঁানো মা ?

**মীনাক্ষী :** তই গৈ কিবা, কিতাপ-চিতাপ পঢ়ি থাকগৈ। ইয়াত হুলস্থুল কৰি নাথাকিবি। ওঁ—যা।

**লতা :** ( ৰেডিঅ'ৰ কাষলৈ গৈ ) মই খুব সৰু সৰু কৈ বজাম মা—

**মীনাক্ষী :** তোক কৈছো নহয়। নজনা নুশুনা মানুহৰ দৰে নকৰিবি।

( লতাই খং কৰি গুচি যায়। কিট্টুনীয়ে এটা পাত্ৰত পানী ভৰাই লৈ সোমাই আহে )

**মীনাক্ষী :** হেৰ সেইটো কি ?

**কিট্টুনী :** ঘড়ী

**মীনাক্ষী :** ঘড়ী ? সেইটো ? কি কৰিবলৈ সেইটো ?

**কিট্টুনী :** এইটো ইয়াত থৈ ( পাত্ৰটো নমাই থয়। তাৰ পিছত ফুটা থকা নাৰিকলৰ খোলা এটা পানীৰ ওপৰত থৈ কয় ) কিমান সময়ত ডুব যায় চাই থাকিবলৈ কৈছে।

**মীনাক্ষী :** হে ভগবান ! কি ধৰণৰ বলিয়ালী হৈছে ইহঁতৰ ! হেৰ' ইয়াত ৱালক্লক আছে। তিনি চাৰিটা ৰিষ্টৱাচ্ আছে। কিয় আকৌ তেনেকৈ সময় চাবলগা হৈছে ?

**কিট্টুনী :** শুদ্ধ সময় গণনা পাবলৈ বোলে এই দৰেহে চাব লাগে।

**মীনাক্ষী :** গণ। গণি থাক। কিন্তু মোৰ বন্ধুৰ আগত এইবোৰ নহয় যেন।

( বিৰক্তিৰে ভিতৰলৈ সোমাই যায়। কিট্টুনীয়ে একান্ত মনে পানীৰ পাত্ৰলৈ চাই থাকে। চিন্তিত ভাবে শ্ৰীকুমাৰ সোমাই আহে )

**শ্ৰীকুমাৰ :** কিট্টুনী, চাবি ভুল নকৰিবি। জন্মৰ সময়টো ভুল হ'লে, কেচুৱাৰ ভবিষ্যত গণনা শুদ্ধকৈ কৰিব পৰা নাযাব। গতিকে ভালকৈ লক্ষ্য ৰাখিবি। তই কামটো ভালকৈ কৰাৰ ওপৰতে কথাটো নিৰ্ভৰ কৰিছে।

**কিট্টুনী :** এইদৰে বহুত সময় থিয় হৈয়ে থাকিব লাগিব নেকি ?

**শ্ৰীকুমাৰ :** সেইটো ভগবানেহে ক'ব পাৰিব।

**কিট্টুনী :** বিষ উঠিছে নেকি এতিয়া ?

**শ্ৰীকুমাৰ :** অলপ অলপ উঠিছে বুলি কৈছে ? ( কিবা এটা ভাবি ) কিট্টুনী, তোৰ লৰাছোৱালী আছে নহয় ?

**কিট্টুনী :** হয়

**শ্ৰীকুমাৰ :** কেইটা ?

**কিট্টুনী :** ( হিচাব কৰি কৰি ) মাধৱ কল্যাণী, অম্বুকুট্টী, পদ্মিনী, পপ্পু, বেনু তাৰ পিছত……( ভাবে )

**শ্ৰীকুমাৰ :** নিজৰ লৰাছোৱালী কেটাও তোৰ মনত নাই।

**কিট্টুনী :** কেনেকৈনো মনত ৰাখোঁ! বেনুৰ জন্ম হোৱালৈকে মই ঘৰত আছিলো। তাৰ পিছত ঘৰৰ পৰা গুচি আহিলো—

**শ্ৰীকুমাৰ :** বাৰু তোৰ ঘৈনীয়েৰৰ প্ৰসবৰ সময়ত বৰ অসুবিধা হয় নেকি ?

**কিট্টুনী :** প্ৰথমে একো হোৱা নাছিল। পাছলৈ তাই লাহে লাহে দুৰ্ব্বল হৈ আহিল যেতিয়া—

**শ্ৰীকুমাৰ :** তেতিয়া

**কিট্টুনী :** তেতিয়াৰ পৰা প্ৰসৱ হওঁতে কষ্ট পোৱা হ'ল।

**শ্ৰীকুমাৰ :** ডাক্তৰ মাতিছিলিনে নাই ?

**কিট্টুনী :** ভাল কথা কৈছে। তাত ক'ত ডাক্তৰ দাল আছে! ডাক্তৰ আনিবলৈ হ'লে আঠ-দহ মাইল বাট যাব লাগিব। মাতিলেও সহজে নাহে। আহিলেও টকা লাগে বহুত। আমি জানেঁা সেইবোৰ কৰিব পাৰেঁা ?

**শ্ৰীকুমাৰ :** তথাপি টানৰ সময়ত মাতিবই লাগিব।

( ইফালে সিফালে অহা যোৱা কৰি নিজকে কোৱাৰ দৰে ) প্ৰসবৰ সময়ত ডাক্তৰ ওচৰত থকাটো অতি দৰকাৰী কথা। ডাক্তৰ থাকিলে একো চিন্তা কৰিবলগীয়া নাথাকে। ( কিট্টুনীলৈ চাই ) কিট্টুনী চা, তই কলৈকো নাযাবি। মই এই মাত্ৰ আহিছোগৈ। এই ইয়াতে থাকিবি বুজিছ ?

( বেগাই ৰাহিৰলৈ যায় )

**কিট্টুনী :** ( পাত্ৰটোলৈ চাই ) উস্! ককাল টনটনাবলৈ ধৰিছে ঔ। এনেকৈ আৰু থিয় হৈ থাকিব নোৱাৰি দেওহে ( বহে ) কাৰ যে পাপৰ ভাগ ভুগিছে জানেঁা! এতিয়া এই সোপা কিমান পৰ চাই থাকিব লাগিব কোনে জানেঁা ?

( মাধৱন মেনন আহে )

**মাধৱন :** ভাল দামটোকে পাইছ ? শ্ৰীকুমাৰ ক'ত অ' ?

**কিট্টুনী :** ওলাই গৈছে

**মীনাক্ষী :** ( বেগাই ওলাই আহি )। হেৰ পাকঘৰৰ কাম আটাইবোৰ পৰি আছে। তই ইয়াতে বহিয়েই আছ ? ( পাত্ৰটোলৈ চাই ) এই সোপা লৈ বহি আছ ? ঐ, এইটো ডাঙি নি দলিয়াই পেলা আৰু পাকঘৰলৈ যা। ( কিট্টুনীয়ে ইতঃস্তত কৰে ) তই নাযাব যদি, মই পেলাম ( ওচৰ চাপে )

**মাধৱন :** মীনাক্ষী, পেলাব নালাগে বাৰু। শ্ৰীকুমাৰে কৈছে কাৰণেহে সি সেইটো ইয়াত থৈছে।

**মীনাক্ষী :** সেইটো জানো মই। আৰু সেই কাৰণেই পেলাই দিবলৈ কৈছো।

**মাধৱন :** নাই নাই সকলোৰে নিজৰ নিজৰ বিশ্বাস আছে—

**মীনাক্ষী :** বিশ্বাসৰ কথা উঠা নাই। কথা হৈছে, এইবোৰ কৰিবৰ সময় হোৱা নাই। এইমাত্ৰ তাই খাইবৈ উঠি গৈছেহে।

**মাধৱন :** অ' হয়নেকি ?

**মীনাক্ষী :** সিটো চিন্তাত ধৰফৰাই কলৈ বা গ'ল ?

**মাধৱন :** ওলাই গৈছে বোলে

**মীনাক্ষী :** ওলাই গৈছে, ভালেই হৈছে। ৰেখাৰ প্ৰসবৰ পিছত ঘূৰি আহিলেই ভাল। তাৰ মূৰ্খামীবোৰ চাই থাকিব নালাগে তেওঁ।

**মাধৱন :** কিট্টুনী এতিয়া ইয়াতে থাকক। আজি তুমিয়েই পাকঘৰত লাগা। আজি অন্ততঃ তাক খং কৰি দুখ নিদিবা।

**মীনাক্ষী :** তোমাৰ লৰাৰ মূৰ্খামী তুমি সহ্য কৰি থাকিবলৈ ভাল পাইছা সহ্য কৰি থাকা। (সোমাই যায়)

(মাধৱনে কাগজ এখন লুটিয়াই চাবলৈ ধৰে। অলপ পাছত এজন ডাক্তৰ আৰু পিছে পিছে হাতত ডাক্তৰৰ বেগটো লৈ শ্ৰীকুমাৰ সোমাই আহে।)

**ডাক্তৰ :** নমস্কাৰ।

**মাধৱন :** (মূৰ তুলি) নমস্কাৰ। ডাক্তৰ নেকি ? (বহাৰ পৰা উঠি) কিয় আহিল ?

**ডাক্তৰ :** লৰালৰিকৈ আহিব লাগে বুলি ক'লে শ্ৰীকুমাৰে।

**শ্ৰীকুমাৰ :** (সংকোচেৰে) হয় দেউতা। ৰেখাক অলপ পৰীক্ষা কৰোৱা ভাল।

**মাধৱন :** ডাক্তৰ তেনে ভিতৰলৈকে যাওক। ইয়াৰ মাক আছে তাতে। (ডাক্তৰ ভিতৰলৈ যায়, শ্ৰীকুমাৰো পিছে পিছে বেগ লৈ যায়) শ্ৰীকুমাৰ ৰবিচোন তই। এই পিনে আহ। (শ্ৰীকুমাৰে বেগটো ডাক্তৰৰ হাতত দি উভটি আহে। মাধৱনে অলপ খঙেৰে কয়) ডাক্তৰক মাতিবলৈ কোনে কৈছিল তোক ?

**শ্ৰীকুমাৰ :** ডাক্তৰক এবাৰ দেখুৱাটো ভাল নহয় জানো ?

**মাধৱন :** অ' সেইটো কথা ? তেন্তে তেখেতক আৰু যাব নালাগে বুলিয়েই ক'বি। নে কি ? বুৰ্বক। ডাক্তৰক মাতিবলগীয়া হ'লে মাৰে ক'লেহেঁতেন নহয়। এনে মূৰ্খ এইটো।

**শ্ৰীকুমাৰ :** মই দেউতা......মই ভাবিলোঁ।

**মাধৱন :** হৈছে হৈছে। মই একো শুনিব নোখোঁজো।

( শ্ৰীকুমাৰে লজ্জিত হৈ ভিতৰলৈ যায়। মাধৱনে আকৌ কাগজ পঢ়িবলৈ ধৰে। মীনাক্ষী উত্তেজিত হৈ ওলাই আহে )

**মীনাক্ষী :** পাগল হ'ল নেকি ?

**মাধৱন :** কোন ?

**মীনাক্ষী :** ডাক্তৰক কিয় মাতিলে ?

**মাধৱন :** যি মতাইছে তাক সোধাগৈ ?

**মীনাক্ষী :** কোনে মাতিছে ?

**মাধৱন :** কোনে মাতিব পাৰে, তুমিয়েই কোৱাচোন।

**মীনাক্ষী :** শ্ৰীকুমাৰে মাতিলেনেকি ?

**মাধৱন :** কিবা সন্দেহ আছেনেকি ?

**মীনাক্ষী :** সি ক'লৈ গ'ল ?

( লতাই ভিতৰৰ পৰা যেন ভয়ে ভয়ে মাতে )

**লতা :** মা—অ' মা। বেগাই আহাঁ মা।

**মীনাক্ষী :** কি হ'ল লতা ?

**লতা :** দাদা মূৰ ঘূৰাই পৰি গৈছে।

**মীনাক্ষী :** মূৰ ঘূৰাই পৰিছে !

**মাধৱন :** বেগাই যোৱাচোন।

( মীনাক্ষী বেগাই সোমাই যায়। কিট্টুনীয়ে তাৰ কামটো পাহৰি কোবোকাটো এৰি দি ভিতৰলৈ দৌৰ দিয়ে। )

**মীনাক্ষী :** ( ভিতৰৰ পৰা ) শ্ৰীকুমাৰ, শ্ৰীকুমাৰ তোৰ কি হৈছে, কি হৈছে, বোপাই কি হৈছে অ'।

( মীনাক্ষী, লতা, কিট্‌টুনীয়ে শ্ৰীকুমাৰক ডাঙি বাহিৰলৈ লৈ আহে। )

**মাধৱন :** ( উদ্বিগ্ন হৈ ) কি হ'ল—কি হ'ল ?

**মীনাক্ষী :** ( শ্ৰীকুমাৰৰ মুখত পানী চতিয়াই ) শ্ৰীকুমাৰ, মোৰ বোপাই চকু মেলচোন, কুমাৰ—কুমাৰ—

**লতা :** ( কান্দি কান্দি ) দাদা—দাদা—

**মাধৱন :** শ্ৰীকুমাৰ বোপাই মোৰ। মীনাক্ষী কি চাই আছা ? ভিতৰৰ পৰা ডাক্তৰক মাতি নানা কিয় ?

(মীনাক্ষী উত্তাৱল হৈ সোমাই যায়। মাধৱনে শ্ৰীকুমাৰক কোলাত শুৱাই লয়। গামোচাৰে বিচে। ডাক্তৰ আহে। পিছে পিছে মীনাক্ষী)

**মীনাক্ষী :** ডাক্তৰ, মোৰ লৰাৰ কি হৈছে? চাওকচোন চকু নেমেলেই! হে মোৰ ঈশ্বৰ!

**ডাক্তৰ :** ভয় খাব নালাগে। মই চাইছো বাৰু।

(ডাক্তৰ শ্ৰীকুমাৰৰ ওচৰলৈ গৈ পালচ্ আদি চাই পৰীক্ষা কৰিবলৈ ধৰে। বাকী সকলোৱে অতি উৎকণ্ঠাৰে ৰৈ থাকে। পৰীক্ষা কৰি ডাক্তৰ গহীন হৈ আঁতৰি আহে)

**মাধৱন :** কি হৈছে ডাক্তৰ?

**ডাক্তৰ :** কেচটো অলপ গহীন

**মীনাক্ষী :** হে ভগবান! (চকু মচে)

**মাধৱন :** বেমাৰটো কি বাৰু?

**ডাক্তৰ :** এংজাইটি নিউৰ'চিচ্

**মাধৱন :** তাৰ মানে?

**ডাক্তৰ :** লক্ষণ তেনেকুৱাই দেখিছোঁ। ঔষধৰ একো প্ৰয়োজন নাই।

**মীনাক্ষী :** (কান্দি কান্দি) ডাক্তৰ! তেনেকৈ নকব ডাক্তৰ। মোৰ লৰাৰ কিবা ডাঙৰ ঘটনা হৈছে নেকি?

**মাধৱন :** ডাক্তৰ আপুনি কি কৈছে?

**ডাক্তৰ :** মোৰ কথা শুনক। ভয় খোৱাৰ প্ৰয়োজন নাই। অজ্ঞান হ'লেও বিশেষ একো চিন্তাৰ কথা নাই। এওঁৰ পৰিবাৰৰ প্ৰসৱ হ'লেই দৰৱ নোহোৱাকৈয়ে এওঁৰ ভাল হৈ যাব। তেতিয়ালৈকে এওঁৰ এই বেমাৰটো অলপ বঢ়া-টুটা হৈ থাকিব। আপোনালোকে তেওঁৰ শীঘ্ৰে প্ৰসব হ'বৰ কাৰণে প্ৰাৰ্থনা কৰক। এওঁৰ বেমাৰৰ চিন্তা নকৰিব।

(কোনেও একো নুবুজাৰ দৰে ইজনে সিজনৰ ফালে চাবলৈ ধৰে)

**মাধৱন :** ডাক্তৰ, প্ৰসৱ হ'বলৈ আৰু কিমান সময় আছে বাৰু?

**ডাক্তৰ :** দুদিন লাগিব

**মাধৱন :** তেন্তে ইয়াৰ এই বেমাৰ—কি বুলি কৈছিলে?

**ডাক্তৰ :** এংজাইটি নিউৰোচিচ্

**মাধৱন :** ওঁ সেইটো। সেইটো তেতিয়ালৈকে থাকিবনেকি?

**ডাক্তৰ :** ওঁ, থাকিব—

**মাধৱন :** হে ভগবান! আজিকালিৰ এই লৰাবোৰৰ বাৰু কি হ'ল!

## পাত্ৰ

মুন্সী পানিক্কৰ

এজন কৃষক

কোৰিকাট্টুৱালা

কোচ্চ্ন্নৱেলু

দেৱকী

মাক

মহৰী লৰা

কুট্টন

এঅন সধাৰণ খেতিয়কৰ ঘৰৰ আগফাল। পূবফালৰ বাৰান্দাখন ওখ আৰু দক্ষিণ ফালৰ বাৰান্দা কিছু চাপৰ। বাৰান্দা দুখন গোবৰ আৰু ক'লা মাটিৰে মচি লিপি থোৱা আছে। বাৰান্দাৰ পূবফালৰ বেৰত লাগি থকাকৈ এটা পুৰণি ধানথোৱা ডুলি। দক্ষিণ ফালে ধান শুকোৱা ডাঙৰ ঢাৰি এখন সামৰি থোৱা আছে। ডুলিৰ পূবফালে এখন কোৰ আৰু নাঙল বেৰত আওঁজাই থোৱা আছে।

ডুলিৰ ওচৰত উত্তৰফালে মুখ কৰি ঘৰৰ গৃহস্থজন দুয়ো ভৰি লগ লগাই বহি আছে। আঁঠুদুটা দুয়োহাতেৰে জোৰ দি ধৰি আছে। মানুহজনৰ বয়স ষাঠীৰ ওপৰ। আটিল দেহা, দেখিলে বুজা যায়, এতিয়াও মানুহজনে যথেষ্ট পৰিশ্ৰম কৰিব পাৰে। মূৰটো খুৰোৱা। গাত মাত্ৰ গামোচা এখন পিন্ধি আছে। সোঁহাতত আঠুৰ ওপৰতে মুৰ্গীৰ পাখিৰ দৰে এখন সৰু চুৰি। দাঁতত লাগি থকা চুপাৰিৰ টুকুৰাবোৰ চুৰিৰে মাজে মাজে খুচি, জিভাৰে একত্ৰাই চোতালত পেলাই আছে। মুখখন কিছু মলিন আৰু চিন্তাৰে ভৰা। ওচৰতে সমুখৰ ফালে চুপাৰি পানৰ টেমা এটা থোৱা আছে।

ঘৰৰ পূবফালৰ ভেঁটিৰ সোঁমূৰত পাৰি থোৱা কাঠত মুন্সি পাচ্চু পানিক্কৰ বহি আছে। তেওঁৰ সমুখত এজন কৃষক। তেওঁ তলমূৰ কৰি এখন কাগজত কিবা হিচাব লিখি আছে। পানিক্কৰৰ চেহেৰা ক্ষীণ, দুৰ্ব্বল। প্ৰৌঢ়াৱস্থা অতিক্ৰম কৰিছে। বগা ফ্ৰেমৰ এজোৰ চশমা পিন্ধি আছে। ধুতি আৰু বুকুত জেপ থকা, হাতকটা ঘূৰণীয়া গলাৰ এটা চোলা পিন্ধি আছে। কাঠৰ ওপৰত এখন ভাঁজ কৰি থোৱা গামোচা।

কাষতে এটা মহৰী লৰা, বয়স প্ৰায় ওঠৰ। সি সোঁ ভৰিখন কোচাই লৈ, আঠুৰ ওপৰত এখন বহি আৰু কলম লৈ, বেৰত আউঁজি বহি আছে। সি পানিক্কৰৰ পিনে চাই আছে। মুন্সিয়ে যি কয় লিখি যাবৰ কাৰণে সাজু হৈ আছে। মুন্সিৰ চোলাৰ জেপৰ দৰেই তাৰ কামিজৰো জেপত চিয়াঁহীৰ দাগ।

বাৰান্দাৰ আন এটা দাঁতিত অলপ আঁতৰত বহি কোৰিক্কটুৱালাই এটুকুৰা কাগজত পেঞ্চিলেৰে কিবা লিখি আছে। বয়স চল্লিছ বছৰমান হ'ব। মানুহ-টোক দেখিলে গুণ্ডা যেন লাগে।

বাৰান্দাৰ উত্তৰ দাঁতিৰ বেৰত আঁউজি এজনী তিৰোতা। তাইৰ কান্ধত এটা সৰু লৰা বহি আছে। তিৰোতাজনী হৈছে কৃষকৰ বৰ জীয়েক আৰু কোৰিকাট্টুৱালাৰ ঘৈনীয়েক নাম দেবকী। তাই মুখখন বৰ গহীনকৈ আছে, যেন অতি মনোকষ্ট সহি আছে।

কৃষকৰ সৰু লৰা এৰৈকছৰছৰীয়া কোচ্চুৱেলু ডুলিটোৰ পূবফালে আঁউজি কাষৰ সকলোৰে প্ৰতি ঘৃণাৰে দূৰলৈ চাই থাকে।

**মুন্সী পানিক্কৰ :** ( মূৰ তুলি, চশমা হাতত‌লৈ কৃষকক উদ্দেশ্য কৰি ) প্ৰতিজনৰে ভাগত তিনিবিঘাকৈ পৰিব।

**কৃষক :** ( হঠাৎ যেন তন্ময়তা ভাঙি ) হেঁ?

**মুন্সী :** ওঁ তিনিবিঘা আৰু পাঁচ লেচা। পাঁচ লেচা আৰু বাকী থাকিব।

**কৃষক :** বাকী পাঁচ লেচা সৰু ছোৱালীৰ ভাগত মিলাই দিয়া পানিক্কৰ।

( কোচ্চুৱেলুৱে মুখখন আৰু বেছি কঠোৰ কৰি বাপেকলৈ এবাৰ চায়, আৰু আকৌ আগৰ দৰে থিয় দি থাকে )

**কোৰিকাট্টুৱালা :** ( হাতৰ কাগজখনলৈ চাই ) কিমান বিঘা?

**পানিক্কৰ :** তিনিবিঘা।

**কোৰিকাট্টু :** কেনেকৈ?

**পানিক্কৰ :** ( সন্দেহেৰে নিজৰ কাগজলৈ চাই ) তোমাৰ হিচাৰতনো কিমান হৈছে!

**কোৰিকাট্টু :** মোৰটো নালাগে বাৰু আপোনাৰ হিচাবত দেবকীৰ ভাগত কিমান বিঘা হ'ব?

**পানিক্কৰ :** দেবকী, মানে পাঁচ নম্বৰ জনী?

**কৃষক :** নহয় নহয়, পাঁচ নম্বৰ জনী হৈছে লক্ষ্মীকুট্টি।

**পানিক্কৰ :** ( কাগজৰ পৰা চকু নোতোলাকৈ ) অ' লক্ষ্মীকুট্টী—

**কোৰিকাট্টু :** নাবালক এটাৰ মাক।

**পানিক্কৰ :** অঁ তাকেই কৈছো—চাৰিনম্বৰ জনী—

**কৃষক :** হয়, চাৰিনম্বৰজনী—

**পানিক্কৰ :** ( কাগজলৈ চাই চাই ) চাৰিনম্বৰজনীৰ হিচাবত ( ওঁ ওঁ শব্দ কৰি কিছুপৰ কাগজলৈ চাই চাই ) চাৰিনম্বৰজনীৰ হিচাবত ( আকৌ হিচাব কৰে ) ওঁ—পোন্ধৰ বিঘা হ'ব।

**কোৰিকাট্টু :** মই সেইটো হিচাব পঢ়ি চাব লাগিব।

**পানিক্কৰ :** মই কৈ দিছো বাৰু : ( পোন হৈ বহে ) পাঁচ পাঁচ—পোনে চাৰি। তেৰ—পাঁচগুণ-পয়ষষ্ঠি। পয়ষষ্ঠি আৰু পোনে চাৰি—

**কোৰিকাট্টু :** ৰ'বা ৰ'বা। যেনেতেনেকে হিচাব কৰি নাযাবা। এই পাঁচটো কি ?

**পানিক্কৰ :** প্ৰত্যেকৰে একোটা ভাগ। চাৰিটা নাবালক আৰু মাক।

**কোৰিকাট্টু :** ( কথাটো বুজি পোৱাৰ দৰে কৰি গহীন ভাবে মূৰ জোকাৰি ) ওঁ—হোঁ।

( কোচ্চুৰেল্লুৱে খঙেৰে কোৰিকাট্টুৱাললৈ চায় )

**পানিক্কৰ :** ( সন্দেহৰ ভাবেৰে ) ইয়াত কিবা ওজৰ-আপত্তি আছে যদি তোমালোকৰ নিজৰ ভিতৰতে কথাবতৰা পাতি লোৱা। দহভাগ কৰি পাঁচভাগ চাৰিনম্বৰ ছোৱালীজনীৰ নামত ধৰিব লাগে বুলি এখেতে মোক কোৱা মতেই মই ভাগ বটোৱাৰা কৰি দিছো। ( হাতৰ কাগজখন তলত থৈ তাৰ ওপৰত চশমাজোৰ থয় )।

**কোৰিকাট্টু :** ( অত্যন্ত গহীন ভাবে ) ওঁ—হঁা—ওঁ ( উঠে )

**কোচ্চুৰেল্লু :** ( খঙেৰে কোৰিকাট্টুৱালক ) এই বিলাক চলাহী ঠিক হোৱা নাই ভিনিহি।

**কৃষক :** মনে মনে থাক। তই মুখ চলালে কাজিয়া হৈ যাব।

**কোৰিকাট্টু :** মই একো চলাহী কৰিবলৈ অহা নাই। তোমালোকৰ মাটিৰ এলেচাও মোক নালাগে।

( বিড়ি এটা জ্বলাই চোতাললৈ নামি যায় )

**কৃষক :** ( কোৰিকাট্টুক অনুনয় কৰি ) কোৰিকাট্টুৱালা তেনেকৈ কথা নকবাচোন। মোৰ কথা হৈছে, বাকী কেটাক ক'লৈ মাৰিপিতি খেদাওঁ !

**দেৱকী :** ( দুখেৰে ) চাৰি পাঁচটা লৰাছোৱালী মই ক'লৈ লৈ যাওঁ বাৰু ?

**কোচ্চুৰেল্লু :** এইবোৰ সব পিতাইৰ কাম।

**কৃষক :** তইঁতে এতিয়া যিহকে কৱ, তাকে মই শুনিব লাগিব। এৰা, মোৰো দোষ নোহোৱা নহয়।

**কোচ্চুৰেল্লু :** ( দুখ আৰু ক্ষোভত ) বিয়াৰ পিছতে ভাগবাটোৱাৰা কৰি তাৰ ভাগ তাক দি দিয়া হ'লে আজি আমি এইদৰে বাটৰ ভিখাৰী হ'ব লগা নহ'লহেঁতেন! হয়নে নহয় দাদা ?

( পানিক্কৰে হয় অৰ্থত মূৰ জোকাৰে )

**কোৰিকাট্টু** : তেতিয়াই পোৱা হ'লে মৰো তাৰ উপাৰ্জ্জনেৰে কিবা এটা কৰি ল'ব পাৰিলোহেঁতেন।

**পানিক্কৰ** : (কাকো অসন্তুষ্ট নকৰাৰ চেষ্টাৰে) কোৰিকাট্টুৱালাই নিজৰ মনৰ ভাবৰ কথাটো কৈছে—

**কোচ্চুৰেল্লু** : সেইবোৰ বকলা নেমেলিবা ভিনিহি।

**কৃষক** : তইনো কি বকি আছ অ' কোচ্চুৰেল্লু? তই···

**কোচ্চুৰেল্লু** : (কালৈকো ভ্ৰূক্ষেপ নকৰি) তেতিয়াই দিয়া হ'লে ইমানদিনে বেচি শেষ কৰিলাহেঁতেন!

**দেবকী** : বেচি খালেও, ভাইইতৰ কাকো এসাজ খুৱাবৰ কাৰণে আমনি দিবলৈ নাহিলোহেঁতেন।

**কৃষক** : (সামান্য খঙেৰে) তই কথা নকবিচোন। (কোৰিকাট্টুৱালাৰ পিনে আঙুলিয়াই) তেওঁ ক'লেও তই নামাতিবি। নাথাকিলে আটাইবোৰ গুচি যাব।

**দেবকী** : (দৃঢ় কণ্ঠে) নাই—নাযাওঁ—

**পানিক্কৰ** : (ধৈৰ্য্য-সহকাৰে) যায় যদিও একো কথা নাই।···কিবা আনৰ ঘৰত আছেহি জানেঁ।

**কোৰিকাট্টু** : (গৰ্ব্ব কৰি) এনে অবোধ লৰাৰ কথাত কিনো মাত দিম পানিক্কৰ দাদা!

**কোচ্চুৰেল্লু** : (নিজৰ কথাত ধৰি থাকি) এনেকৈ লৰাৰ কথা বুলি এৰি দি হাত সাৰিব নোৱাৰিবা। আগতেই পোৱা হ'লে তাৰে উপাৰ্জ্জন কৰিলেহেঁতেন! পিছে আগতে যিখিনি পাইছিলে সেইখিনি এতিয়া ক'ত আছে?

**কোৰিকাট্টু** : (উত্তেজিত হৈ) আগেয়ে সৰু ভায়েকে নিজৰ ভাগৰ কিবা তাইক লিখি দিছিলনেকি?

**কোচ্চুৰেল্লু** : মোৰো সম্পত্তি নোহোৱা নহয়। চাৰিশ টকা যৌতুকত দিছিল। লৰাইঁতে চাকৰি বিচৰাৰ নামত—মিলি কফি পান খাই শেষ কৰিলে।

**দেবকী** : (কোচ্চুৰেলক) খুৱাই বুৱাই তিনি চাৰিটা লৰাছোৱালীক তই পোহপাল দিছিলি নেকি?

**কোৰিকাট্টু** : পইচা দিনো বিয়া পাতিছিল কিয়? তাই ইয়াতে থাকিলহেঁতেন। মাটিৰ ভাগো দিব নালাগিলহেঁতেন।

**কৃষক** : (হঠাৎ খঙেৰে) কোৰিকাট্টুৱালা! তুমি তেনে কথা নক'বা। অবোধ

লৰাই কিবা ক'লেও লৰাছোৱালীৰ আগত তুমি এনে কথা কোৱা শোভা নাপায়।

**কোৰিকাট্টু :** কিন্তু অবোধ লৰায়ো জানেঁ৷ এইবোৰ কথা কোৱা উচিত ?

**দেবকী :** ( বাপেকক ) তেখেতে কিবা ক'লেই আপুনি বেয়া পায়। কিন্তু সি কি কৈছে শুনা নাই জানেঁ৷ আপুনি ? মোক পঠোৱাৰ সময়ত হোৱা খৰছো উলিয়াই থৈছে সি। ( দুখ কৰি ) মোৰ আৰু মোৰ লৰাছোৱালীৰ আপোন বুলিবলৈ কেওঁ নাই···( কান্দে )

**পানিক্কৰ :** যি হৈছে, এতিয়া বাৰু সকলোৱে কিবা এটা বিচাৰ কৰি এটা মিমাংসালৈ আহিবলৈ চেষ্টা কৰোহঁক—নহয় জানেঁ৷ ?

**কৃষক :** হেৰ' এষাৰ কওঁতেই দুখ পাব নালাগে নহয়। ( সুৰ সলাই ) তয়ো এটা কথা চিন্তা কৰি চাব লাগে। তোৰ দৰেই এটা ভাগ লক্ষ্মীকুট্টিয়েও পাব লাগে। কোৰিকাট্টুৱালাক বুজাইবঢ়াই তাইকো কিছু দিবলৈ কোৱাটোহে তোৰ কৰ্ত্তব্য। ( হুমুনিয়াহ কাঢ়ি ) আজি তাইৰ বাবে মাত মাতিবলৈ কেৱল মৰেহে থাকিলোঁগৈ।

**দেবকী :** কিয়নো তেনে হ'বলৈ পালে ?

**কোৰিকাট্টু :** ( ঘৈনীয়েকক ) তই মনে মনে থাক।

**কৃষক :** ( দুখ আৰু খঙেৰে ) এনে কি হ'ল, সেইটো ক'বলৈ গ'লে মোৰ জীয়াৰীৰ খঙে মূৰৰ চুলি উঠিব। হেৰ' তোক যিখিনি ধন দিলোঁ, তাৰ আধাও যদি মোৰ হাতত থাকিলেহেঁতেন, মই মোৰ ছোৱালীক পঠাই দিব পাৰিলোহেঁতেন! ( মৃক্কীক উদ্দেশ্য কৰি ) পঠাব নোৱাৰিমনে বাৰু পানিক্কৰ ?

**পানিক্কৰ :** ( হয়ভৰদি ) সঁচা কথাই কৈছে—

**দেবকী :** গজেন্দ্ৰৰ দৰে বলী বীৰ দুটা ভাই ককাই নাই জানেঁ৷ ? আৰু আমাৰ লৰা ছোৱালীৰ বাপেকেও দেখোঁন অকলেই তিনি চাৰিটাৰ স'তে লাগিব পাৰে।

**কোৰিকাট্টু :** সেইবোৰ কথা কেলেই আৰু'

( মহৰী লৰাটোৱে বেৰত আউজি বহি বহি কলমটিয়াবলৈ ধৰে )

**কোচ্চুৱেল্লু :** ( দেবকীৰ কথাৰ উত্তৰত ) এহ্ সেইবোৰ বৰ বৰ কথাকৈ ডাঙৰ হ'বলৈ বিচাৰিছে।

**দেবকী :** ঐ, তই যা ইয়াৰ পৰা।

**পানিক্কৰ :** কোচ্চুৱেল্লু, তই একো নামাতিবি। দেউতাৰ আছে নহয়। তেখেতে কথাবতৰা হৈ কিবা এটা মিমাংসা কৰিব নহয়।

**কৃষক :** ( জীয়েকক ) কি অ' দেৱকী, তই এই সৰু লৰাটোৰ কথা ভাবিয়েই ককাই-ভাইৰ কথা কলিনেকি ? তাৰ চাকৰী-বাকৰি একো এটা নাই। ডাঙৰটোৰ বিষয়ে কোৱা হ'লেও একো ভাবিবলৈ নাছিল। সি চাকৰি এটা যোগাৰ কৰিছে। তাৰেই আমি কেটা কোনোৰকম পোহপাল যাওঁ। খেতিবাতিৰ পৰা কি আহে সকলোৱে জানেই। ( পানিক্কৰলৈ চাই ) সি যদি বিয়াবাৰু কৰাই বেলেগ হৈ যায়, তাৰো মৃদা মৰিব। অৱশ্যে পানিক্কৰ, পৰহিও সি কৈছে, ছোৱালীজনীক ক'ৰবাত গতাব নোৱাৰালৈকে সি বিয়া নকৰায়। ( জীয়েকক ) তোৰ কথা যে সি চিন্তা কৰে।

**দেৱকী :** পিছে ভনীজনীৰো জানে'। তিনি চাৰিটা লৰা-ছোৱালী নাই ? সেইবুলিয়েই দৰ্ম্মহাৰ পৰা যি পায় ভনীয়েককো দি আহে—

**কোচ্চুৰেল্লু :** খাই পাত ফলাৰ দৰে কথা নকবি অ'

**দেৱকী :** যিহে মোক খুৱাই আছে, মই একেবাৰে ভৰিত পৰি থাকিমগৈ। ( ব্যঙ্গৰ সুৰত ) অহহ—ককাই ভাই আই বোপাই সকলোৱে মিলি মোৰ ভৰণপোষণৰ বাবে খৰছ কৰি অন্ত কৰিব পৰা নাই নহয়। হৈছে দে মোৰ মুখখন মোকোলাই নলবি।

**কৃষক :** ( সৰুকৈ ) ইহঁত নাও বুৰিলেও টিঙৰ পৰা নানামে।

**পানিক্কৰ :** ( মহৰী লৰাটোক টোপনি যোৱা দেখি ) হেৰ'···ভালকৈয়ে টোপনি গলি দেখোন অ' !

( লৰাটো উচপ খাই সাৰ পায় উঠে )

**দেৱকী :** ( বাপেকৰ কথাৰ উত্তৰত ) হৈছে হৈছে কথা নকবা, তোমালোকে মোৰ বাবে কিটো কৰিছাহে। মোৰ সম্পত্তি আটাইবোৰ ইয়াতে পৰি আছে। আই-বোপাই ককাই ভাই কোনেও মোক একো উপহাৰৰ নামতো দিয়া নাই। ( পানিক্কৰক ) মুখ মেলিবলৈ দিলে নোকোৱাকৈ কেনেকৈ থাকোঁ।

( বেগেৰে মাক সোমাই আহে। অনেক কষ্ট সহ্য কৰি বয়সৰ চাপ পৰা এগৰাকী বুঢ়ী মানুহ। এখন গামোছাৰে মাত্ৰ বুকুখন ঢাকি থৈছে। তেওঁ জীয়েকৰ কথা শুনি খং আৰু দুখৰ ভাবেৰে প্ৰবেশ কৰে )

**মাক :** তইনো বাৰু এনে কথা ক'ব লাগেনে ? মোৰ চাৰিটা লৰা-ছোৱালীৰ ভিতৰত তোকেই আটাইতকৈ মই বেছি মৰম কৰিছিলো। তই তেনেকৈ ক'ব নালাগিছিল। তোৰ বাবে মই যিমান কষ্ট খাইছিলো আৰু কোনো এটাৰ বাবে সিমান কষ্ট পোৱা নাছিলো। আঢ়ৈ বছৰ বয়সত তোৰ মূৰত যিদৰেহে ঘা-ফোঁহা-

বোৰ হৈছিল। মূৰৰ পিছফালে নাৰিকলটোৰ সমান এটা ফোঁহা উঠিছিল। বিচনাতো শুৱাব নোৱাৰো, বাটতো শুৱাব নোৱাৰোঁ। কাৰোবাৰ হাতত এবাৰ তুলি দিবও নোৱাৰো। বিছদিন মাত্ৰ কান্ধত কেচুৱা পেলাই লৈ দিনে ৰাতিয়ে বহি থিয় হৈ কটালোঁ। ( নাক চুচি, ফোঁপাই ফোঁপাই জীয়েকৰ ফালে চাই ) সেইবোৰ সকলো তোৰ সম্পত্তিখিনিৰ কথা ভাবি কৰিছিলোঁ বুলি কবি এতিয়া তই। ( পানিক্কৰৰ ফালে আঙুলিয়াই ) সৌ তেখেত বহি আছে। তেখেতেও শুনক। শুনক বুলিয়েই কৈছো মই। এইক গিৰিয়েকৰ ঘৰলৈ পঠিওৱা চাৰিবছৰ হ'ল। সদায় দিব নালাগে, কিন্তু ওনামতেই হওক বা ভৰণিতেই হওক, বোলে, "জাৰত বৰ কষ্ট পাইছ, মা এইখন গাত মেৰিয়াই লবি,"– সেইবুলি কাপোৰ এডোখৰকে কিনি দিছনে? ( পানিক্কৰে হয়ভৰ দি মূৰ দুপিয়ায় )। ধপাত অলপকে কিনি ( ডাড়িত হাত দি দুখেৰে বহি থকা গিৰিয়েকৰ ফালে দেখুৱাই ) এই বুঢ়া বাপেকক দিছেনে, 'দেউতা পানৰ লগত খাবি—' এইবুলি কৈ? সোধক তাইক। ( ক্ৰোধেৰে জীয়েকৰ ফালে চাই ) তই এতিয়া মাৰ বাপেৰৰ সম্পত্তিৰ ভাগ লবলৈ গিৰিয়েৰক মাতি আনিছ? ( আকৌ পানিক্কৰলৈ চাই ) তাইৰ চাৰিটা কেচুৱা হ'ল? তিনিটা মেয়ে উঠালোঁ। প্ৰসৱৰ পিছত তাই গিৰিয়েকৰ ঘৰলৈ যাওঁতে অকনো পোতোকা নপৰাকৈ তাইক পঠাইছো। তাইৰ গিৰিয়েকো থিয় হৈ আছে নহয়। নহয় বুলি কওকচোন। ( আকৌ জীয়েকৰ ফালে চাই ) এইবোৰ দেখিশুনি মোৰ হিয়া ভাঙি গৈছে। ( গিৰিয়েকৰ ফালে চাই ) ইহঁতৰ এই বুঢ়া বাপেকে যদি কেনেবাকৈ বিচনা লয় মোৰ আৰু ছোৱালীজনীৰ কি অৱস্থা হ'ব মইহে জানোঁ। ( গালেদি চকুপানী বাগৰি আহে ) মোৰো যদি আজি কিবা এটা অঘটন ঘটে এই বুঢ়াটোক পানী এটোপা দিবলৈও কোনো নোলাব। ভাবি ভাবি দুখতে মৰো।

( যেন অসহ্য দুখ উথলি উঠি বুকুৰ কান্দোন ভাঙি আহিছে, এনে ভাবেৰে গামোচাৰে চকু মচিমচি গুচি যায় )

**দেৱকী :** দুখ মোৰো নোহোৱা নহয়।

**কৃষক :** ( হুমুনিয়াহ কাঢ়ি ) আমি যি কৰিছো, আমাৰ কৰ্ত্তব্য বুলি কৰিছো; নহয়নে পানিক্কৰ?

**কোৰিকাট্টু :** বুজিছে পানিক্কৰ দাদা, ক'বলৈ গ'লে মোৰো বহুত আছে কবলৈ। কিন্তু তেখেতে যেনেকৈ কৈছে মই তেনেকৈ কবলৈ গ'লে মানুহে মোকহে দোষিব।

**কোচ্চ্‌ৰেল্ল্‌ :** একো ভাবিবৰ দৰকাৰ নাই। যি য'ত ক'বলগা আছে কৈ পেলালেই হ'ল।

**কোৰিকাট্টু্‌ :** ( ঘৈনীয়েকৰ পিনে চাই ) কি অ' পালি এতিয়া? ভায়েৰ আৰু মাৰৰ হতুৱাই মোক অপমান কৰালি। সেয়ে আটিছেনে? ( উত্তেজিত হৈ ডাঙৰকৈ, আৰু অপমাৰি পিৰালিত উঠি ) এতিয়া তোৰ কানৰ মতাত দুটামান ভালকৈ চৰ সোধালেহে যদি মোৰ শান্তি হয়। মোক ভাগ নালাগে নালাগে বুলি ইমানকৈ কলো, তথাপি তই মোক নেৰিলি। জোৰকৈ এই খিনি পোৱালিহি। হেপাহ পলালনে এতিয়া? মই এতিয়া যাবগৈ পাৰো নে?

( উভটি চোতাললৈ নামি যায় )

**কৃষক :** তেওঁ আৰু এটা ভাগ পাব নেকি?

**কোৰিকাট্টু্‌ :** ( কাৰো মুখলৈ নোচোৱাকৈ আগৰ দৰে বহি থাকে ) মোক চাৰি ভাগৰ এভাগো নালাগে। আপোনাৰ জীয়েক আৰু তাইৰ লৰাছোৱালীক যি দিবৰ ইচ্ছা আছে দিয়ক। সেই বিষয়ে মোক এটা আখৰো আৰু নুসুধিব। মই একো মাত মাতিবলৈ নাযাওঁ।

**পানিক্কৰ :** ঠিক আছে। প্ৰত্যেকৰে নামত বেলেগ বেলেগকৈ ভাগ ধৰি দিওঁ তেন্তে। নাবালক কেটাৰ চাৰি আৰু মাকৰ এক। তাৰ উপৰি আৰু এটা ভাগৰ প্ৰয়োজন।

**কোৰিকাট্টু্‌ :** এনেয়ে আৰু এটাভাগ তাই বিচাৰিবলৈ যাব কিয়?

**পানিক্কৰ :** ( কথাটো বুজি নাপায় ) তেন্তে—

( কোৰিকাট্টু্‌ৱে বুজি পায়ো মনে মনে থাকে )

**পানিক্কৰ :** ( গৰাকীৰ ফালে চাই ) এওঁ কি কৈছেনো?

**কৃষক :** কৈছে যে দেবকীৰ গৰ্ভত চাৰিমহীয়া সন্তান এটা আছে। ( পানিক্কৰে এতিয়াহে বুজিলে এনে ধৰণে মূৰ দুপিয়াই পানচুপাৰিৰ টেমাৰ পৰা চুপাৰি উলিয়াই পান সজাবলৈ ধৰে )

**কোৰিকাট্টু্‌ :** ( শহুৰেকৰ ফালে চাই ) আপুনি সকলো শুনি আছে। মোৰ মতে সকলোৰে প্ৰতি একে ধৰণৰ ব্যবহাৰ কৰিব লাগে।

**কৃষক :** মইনো কিটো ভেদ ভাব দেখুৱালোঁ?

**কোচ্চ্‌ৰেল্ল্‌ :** ( খঙেৰে ) কি ভেদভাব দেখুৱালে মানে? আমাৰ সকলোকে প্ৰবঞ্চনা কৰি মগনীয়া কৰি সোপাকে একেলগে বৰজীয়েকক দিবলৈ ওলাইছে।

**কোৰিকাট্ৰু :** ( কোচ্চ্ৰেল্লৰ কথাৰ কান নিদি ) গৰ্ভাৱতী বুলিয়ে কৈছে, কিন্তু মই এইবোৰৰ বাবে মিছা কথা কবলৈ নাযাওঁ, তেনে নীচ কাম নকৰোঁ।

( মহৰী লৰাটোৱে আকৌ কলমটিয়াবলৈ ধৰে )

**কৃষক :** মই তেনেকৈ ভবা নাই। মানে·········

**পানিক্কৰ :** ( কোৰিকাট্ৰুৱালাক ) সমস্যাটো কেনেকৈ নিষ্পত্তি কৰে কৈ দিয়ক। সকলো যদি নিজৰ নিজৰ কথাতে ধৰি থাকে কেনেকৈ হয় ?

( চাধা অলপ লৈ মুখত ভৰায় )

**কোৰিকাট্ৰু :** সেইটো তেখেতকে সুধি ললেই হ'ল। ( অলপ বৈ ) মই কৈছো,—মোক সন্দেহ নকৰিব, এই ভাগবটোৱাৰা আৰু পাচ ছমাহৰ পিছত হলে ভাল হয়।

**কোচ্চ্ৰেল্ল :** তেতিয়া আৰু দুটা ভাগ ল'ব পাৰিবা নহয় জানো ?

**কৃষক :** ( হঠাৎ খঙেৰে ) মনে মনে থাক বদমাচ। বৰ মুখ বাঢ়িছে তোৰ।

**কোচ্চ্ৰেল্ল :** মোৰ দুখৰ কথা মইহে-জানো! এই আঢ়ৈ তিনি বিঘা মাটিৰে মই কেনেকৈ চলিম বাৰু।

**কোৰিকাট্ৰু :** ( সুযোগ পাই ) শুনিলা পানিক্কৰ দাদা ? তাৰ কথা শুনিলা ? মইনো আৰু কি কম!

**কৃষক :** ( কিবা যেন সিদ্ধান্তত উপনীত হৈ ) যি হৈছে বাৰু, এতিয়া কাজিয়া কৰি বেলেগ বেলেগ হৈ যাব নালাগে। ঠিক আছে, মুঠ এঘাৰ ভাগ কৰা পানিক্কৰ। আৰু তাৰ ছ'ভাগ চাৰি নম্বৰ জনীৰ নামত ধৰা ( যেন সমস্যাৰ সমাধান হ'ল, তেনে সকাহেৰে ) পান-চুপাৰিৰ টেমাটো এই পিনে দিয়াচোন।

( পানিক্কৰে টেমাটো আগবঢ়াই দিয়ে )

**কোচ্চ্ৰেল্ল :** ( খঙেৰে ) এই বিষয়ে দেউতাই সিদ্ধান্ত দিলেই সমস্যা সমাধান হৈ নাযায়।

**কৃষক :** ( কোচ্চ্ৰেল্লক ) হেৰ, তই মোৰ কথা শুনচোন।

**কোচ্চ্ৰেল্ল :** মোৰ ওপৰত কোনেও মাত মতাৰ দৰকাৰ নাই।

**কৃষক :** ( আদেশৰ সুৰত ) কোচ্চ্ৰেল্ল!

**কোচ্চ্ৰেল্ল :** ( জেদ ধৰি থাকি ) দেউতা, আপুনি মোক একো নক'ব। তিনি বিঘাতকৈ এক লেচা কমিলেও মই কাগজত চহী নকৰোঁ

**কৃষক :** ( কোচ্চ্ৰেল্লৰ পিনে গহীন হৈ চাই থাকি ) সম্পত্তিৰ কথাত মাক বাপেকে নামাতিব, নহয় ? ( পানিক্কৰৰ ফালে চাই ) পানিক্কৰ, আপুনি নকল

লিখি যাওক। কুট্টন অহাৰ পিছত সকলো সিদ্ধান্ত লোৱা যাব। ( পান-চুপাৰি খায় )

কোচ্চ্ৰেল্ল্ : কুট্টন দাদাই এৰি দিব পাৰে। তেওঁৰ দৰে মোৰ চাকৰী এটা থকা হলে মই আধা কঠা মাটিও নিবিচাৰিলোহেঁতেন !

দেৱকী : তই চাকৰী পাবলৈ আৰু এবাৰ জন্ম লব লাগিব।

পানিক্কৰ : ( টোপনী গৈ থকা মহৰী লৰাটোক জগাই ) হেৰ' তই এনেকৈ কলম-টিয়াই থাকিলে কথাবোৰ কেনেকৈ মনত ৰাখিবি আৰু পিছত কেনেকৈ লিখিবি, পঢ়িবি ? ( কৃষকক ) তেন্তে, সেই মতেই লিখি যাওঁ।

কোচ্চ্ৰেল্ল্ : ( খঙেৰে ) এনেয়েহে লিখি যোৱা হ'ব।

কৃষক : ( কোচ্চ্ৰ কথালৈ কান নিদি ) অ' অ' লিখা

কোৰিকাট্টু : এনেয়ে কিয় লিখি মৰিবলৈ গৈছ ?

কৃষক : ( পানিক্কৰক ) তুমি লিখি যোৱাচান ! কুট্টন অহাৰ পিছত সকলো ঠিক কৰি পেলাম। অগত্যা ই জেদ ধৰি থাকে যদি তিনি বিঘা দি দিলেই হ'ল !

পানিক্কৰ : ( মহৰীক ) ওঁ কত এৰিছিলি ?

মহৰী : ( কাগজখনলৈ চাই )…কৰিছোঁ।

পানিক্কৰ : হেঁ—? …'কৰিছো' বুলিলে কেনেকৈ হয়, অলপ আগৰ পৰা পঢ়।

মহৰী : ( চাই চাই পঢ়ে ) "আমাৰ ভিতৰত প্ৰথম নাম থকাজন প্ৰথম অংশীদাৰ। দ্বিতীয় নামৰজন দ্বিতীয় অংশীদাৰ, তৃতীয় নাম থকাজন তৃতীয় অংশীদাৰ, চতুৰ্থ নাম থকাজনী আৰু তেওঁৰ নাবালক সন্তানহঁত চতুৰ্থ অংশীদাৰ আৰু পঞ্চম নাম থকাজনী পঞ্চম অংশীদাৰ। এইদৰে আমি পাচ ভাগত ভাগ বটোৱাৰা কৰিছো।

পানিক্কৰ : …ওঁ কৰিছো। হঁা ( চিন্তাকৰি ) তেন্তে এতিয়া আকৌ এটা সংশোধন কৰিবলগীয়া হ'ল নহয় ! মানে চতুৰ্থ নাম থকাজনী, তেওঁৰ সন্তান কেইটি আৰু তেওঁৰ গৰ্ভস্থ শিশু এই আটাইখিনিক চতুৰ্থ অংশীদাৰ বুলি লিখিব লাগিব।

( মহৰী লৰাটোৱে সেইমতে লিখাখিনি শুধৰাই পঢ়ে। কৃষকে মূৰ দুপিয়াই কথাখিনিত সম্মতি দিয়ে। )

কোৰিকাট্টু : ( বহি বহিয়েই পানিক্কৰৰ ওচৰলৈ গৈ ) বাৰু পানিক্কৰ দাদা, নাবালক বুলি সাধাৰণ ভাবে লিখি থলেই নহবনে বাৰু ?

কৃষক : ( তামোল ভৰা মুখৰ পৰা তামোল নোলোৱাকৈ ৰাখিবলৈ যত্ন কৰি ) নাই নাই গৰ্ভস্থ শিশু বুলিয়েই থাওক ( দূৰলৈ পিক মাৰি এটা গৰ্ব্বৰ ভাবেৰে বহে )

**কোচ্চুৰেল্লু :** হোঁহ আটাইবোৰ লিখিছে এৰিব !

**কৃষক :** তই মনে মনে থাক। ( পানিক্কৰক ) নামবিলাক একাদিক্ৰমে লিখাৰ সময়তো এই শুধৰণিটো ভৰাই দিব।

**পানিক্কৰ :** ওঁ, দিব লাগিব।

**কোৰিকাট্টু :** ঠিক আছে, কৰক সংশোধন, মোৰ কোনো আপত্তি নাই।

**পানিক্কৰ :** ( মহৰীক ) ওঁ প্ৰথম কাগজখন ল।

( মহৰীয়ে প্ৰথম কাগজখন বিচাৰে )

**পানিক্কৰ :** গৃহকৃত্য আঠাইশ বছৰীয়া দেবকী অম্মা। পাইছনে নামটো ?

**মহৰী :** ( অলপ ৰৈ ) ওঁ পাইছো।

**পানিক্কৰ :** গৃহকৃত্য আঠাইশ বছৰীয়া দেবকী অম্মা, নিজৰ হৈ, আৰু তেওঁৰ নাবালক সন্তানগণ—সন্তানগণ—( মনত নপৰাত কাগজখনলৈ চাই পঢ়ে ) অমুকৰ ভনীয়েকৰ সন্তানগণ—পাঁচবছৰীয়া ৰাধা, চাৰিবছৰীয়া সোমন ইত্যাদি, ইইঁতৰ ( কণ্ঠস্বৰত জোৰ দি ) আৰু গৰ্ভস্থ শিশুৰ ( কাগজৰ সেই ঠাইত আঙুলি দি মহৰীক দেখুৱাই ) চা—ইয়াত ( পোনাই বহি ) ওঁ গৰ্ভস্থ শিশুৰ প্ৰতিপালনৰ বাবে বাটোৱাৰীৰ কাগজ······

**কৃষক :** ( সম্মতি দি ) ওঁ—বাটোৱাৰীৰ কাগজ

**পানিক্কৰ :** (মহৰীক) ওঁ, য'ত লিখি শেষ কৰিছিলি, তাৰ পৰাই আকৌ লিখি যা—

( মহৰী লৰা সাজু হৈ বহে )

**পানিক্কৰ :** ( শ্ৰুতলিপিৰ দৰে কৈ যায় ) উক্ত যিভাবে লিখা হৈছে···

**মহৰী :** ( কথাখিনি লগে লগে লিখি ) ···লিখা হৈছে

**পানিক্কৰ :** আমি···

**মহৰী :** ( লিখি যায় )···আমি

**কোৰিকাট্টু :** ······ৰ'ব—পানিক্কৰ দাদা (কৃষকক ) ঘৰৰ কথা কি আছিল ?

**কৃষক :** ঘৰটো লক্ষ্মী কুট্টিৰ বাবে ধৰা আছে। তাৰ দামো ঠিক কৰা আছে। মৃত্যু পৰ্য্যন্ত মোৰ আৰু মাকৰ থাকিবৰ অধিকাৰো থাকিব।

**কোৰিকাট্টু :** ই কোন দেশৰ ন্যায় হ'ল ? সকলোতে এনে ভাগবটোৱাৰাৰ কথাত বৰ জীয়েকে ঘৰ পায়। হয়নে, নহয় পানিক্কৰ দাদায়ে কওক।

( পানিক্কৰে একো মাতিব নোৱাৰি মনে মনে বহি থাকে )

**কৃষক :** ( জেদ ধৰি ) এই বিষয়ে আৰু একো নামাতিবা। ঘৰটো মই লক্ষ্মী কুট্টিকেই দিম।

দেৱকী : দেউতাৰ মনৰ ভাব এনেহে মই যেন তেওঁৰ এলাগী জীয়েক। কাৰোবাৰ ঘৰত শাহু ননদৰ গালি শপনি খাই পৰি থাকোঁ।

কৃষক : ( খঙেৰে ) যিহকে তিহকে কৈ নাথাকিবি দেৱকী।

দেৱকী : তেন্তে মোকো থকাৰ সুবিধা এটা কৰি দিয়ক।

কৃষক : তোৰ নিজৰ ভাগত যিখিনি পাইছ তাৰে পৰাই এটা কৰি ল।

কোৰিকাট্টু : সেইটো আমাৰ কথা। আনে চুপাৰিচ কৰাৰ দৰকাৰ নাই।

কোচ্চুৰেল্লু : ( বায়েক আৰু গিৰিয়েকৰ প্ৰতি ) এতিয়া আটাই সোপা গিলাৰ লোভ।

কোৰিকাট্টু : আমি কাৰো পৰা দান বিচাৰিবলৈ যোৱা নাই। এটা কাম কৰক। ঘৰৰ দাম ঠিক কৰক। যি ইচ্ছা কিবা এটা ধৰি লওক, আপত্তি নাই।

কৃষক : ( জোৰ দি ) মই দাম চাম একো দিয়াত নাই। মই আন কাকো ঘৰো দিয়াত নাই।

কোচ্চুৰেল্লু : ঘৰ—এটা ঘৰৰ দাম ময়ো পাব লাগে।

কৃষক : ( দুখেৰে ) উস্ ৰাম, ইহঁতৰ কাৰো প্ৰতি দয়া মৰম নোহোৱা হ'ল।

( কোৰিকাট্টুৱালাই তেনেতে ঘৈনীয়েকৰ ওচৰলৈ গৈ কানে কানে কিবা কয় )

কোচ্চুৰেল্লু : মই থাকিবলৈ ঘৰ এটা নালাগে নেকি ?

কৃষক : তই মতামানুহ নহয় নেকি ?

কোচ্চুৰেল্লু : মতামানুহ কাৰণে ঘৰ নালাগে. বাটত ঘূৰি ফুৰিব।

কৃষক : মাইকী মানুহ এজনী বাটত ঘূৰি ফুৰিব লগা হোৱাতকৈ সেইটো ভাল কথা নহয় জানো ?

কোচ্চুৰেল্লু : ( ভিনিহিয়েকে বায়েকৰ কানে কানে কোৱা দেখি ) সিফালে নতুন নতুন বুদ্ধি ওলায়েই আছে।

কোৰিকাট্টু : কোচ্চুৰেল্লু. তেনেকৈ ঠাট্টা কৰি কথা নকবা।

কোচ্চুৰেল্লু : ( খঙেৰে ) বাৰে বাৰে এইবোৰ কি উলিয়াই আছানো ?

দেৱকী : আমাৰ নিজৰ ভিতৰুৱা কথা।

কোচ্চুৰেল্লু : আমিও আমাৰ নিজৰ কথাই কৈছো

কোৰিকাট্টু : ঠাট্টা কৰাৰ অভ্যাসেই হৈ গৈছে

কোচ্চুৰেল্লু : মোৰো খং তুলি নল'বা

কৃষক : ( আদেশৰ সুৰত ) হেৰ' কোচ্চুৰেল্লু—

দেৱকী : চা, ঠিক আছে, তেখেতে দিব খোজে যদি—

কোচ্চ্‌ৰেল্লু : তই এটা কাম কৰ। তই ইয়াতে ক'ৰবাত এফালে সোমাই থাকি যা, গিৰিয়েৰৰ ঘৰলৈ আৰু যাব নালাগে। লাগিলে গিৰিয়েৰো আহক—

কোৰিকাট্টু : ( খঙেৰে চোঁচা লৈ ) হেৰ মোক ঘৈনীৰ ঘৰত শহুৰ খটা মানুহ পাইছনেকি! মোৰ লগত বেছি ধেমালী নকৰিবি।

পানিক্কৰ : তোমালোকে কাজিয়াপেচাল নকৰিবাচোন!

কোচ্চ্‌ৰেল্লু : ( কোৰিকাট্টুৰ পিনে আগবাঢ়ি ) ধেমালী কৰিলেনো কি কৰিবি ?

কৃষক : ( আদেশৰ সুৰত ) হেৰ' কোচ্চ্‌ৰেল্লু!

কোৰিকাট্টু : হেৰ' তই কাক ৰঙা চকু দেখুৱাই ভয় খুৱাইছ অ'

কোচ্চ্‌ৰেল্লু : তোক, তোক ( খেদি যায় )

( কৃষকে "হেৰৌ হেৰৌ" বুলি ডুলিৰ পৰা নামি সিহঁতৰ পিনে আহে )

কোৰিকাট্টু : ( কোচ্চ্‌ৰেল্লুৰ একেবাৰে ওচৰলৈ গৈ ) মোক তেজ দেখুৱাৰ নালাগে বাপেৰক দেখুৱা……

( কথা শেষ হোৱাৰ আগেয়েই কোচ্চ্‌ৰেল্লুৱে কোৰিকাট্টুৱালাক ঘোচা মাৰে। কোৰিকাট্টুৱালাইও কোচ্চ্‌ৰেল্লুক থাপৰ মাৰে। কিন্তু থাপৰটো কোচ্চ্‌ৰ গাত নালাগে। দুয়ো দবৰা দবৰি কৰিবলৈ ধৰে। কৃষক আহি দুয়োৰে মাজত সোমায়। দুয়োৰে একোটাকৈ থাপৰ তেওঁৰ গাত পৰে। এবাৰ দবৰা দবৰিত একাষত বাৰান্দাত থকা চিয়াঁহীৰ দোৱাতটো বাগৰি পৰে। মুঞ্চি পাচ্চ্‌ পান্নিকৰৰ ধুতিত চিয়াঁহী পৰি এটা ডাঙৰ দাগ হয়। পানিক্কৰে লৰালৰিকৈ দোৱাতটো আৰু কাগজবোৰ আঁতৰাই থয়। আৰু ধুতিৰ চিয়াঁহী মচি মচি কাজিয়া কৰা দুটাক বুজনি দিবলৈ ধৰে। দেবকীয়ে চিঞৰে : হাঁয়, হাঁয়—মানুহটোক মাৰিলে ঐ, এই অসুৰে মাৰিলে ঐ ইত্যাদি। তাই সেইদৰে চিঞৰি কান্দি কান্দি কোচ্চ্‌ৰেল্লুক ভুকুৱায়, আচোৰে আৰু খামুচিবলৈ ধৰে। তাইৰ কান্ধত বহি থকা কেচুৱাটো সাৰ পাই কান্দিবলৈ ধৰে। মাক ভিতৰৰ পৰা দৌৰি আহে আৰু দৃশ্যটো দেখি চিঞৰি কয় : হে প্ৰভু কি দেখিছো! ঐ তইঁত কিয় মৰিছ তেনেকৈ ? ইত্যাদি। লক্ষ্মীকুট্টিও বিমূঢ় ভাবে থিয় দি থাকে। মহৰী লৰাটো ভয়ত দূৰলৈ গৈ থিয় হৈ থাকে। খুন্দিওৱা, গতিওৱা, আচোঁৰা, খামোচা, ভুকুৱা ইত্যাদি ক্ৰিয়াবোৰ চলি থাকে। এটা হুলস্থুল পৰিস্থিতি।

তেনেতে কৃষকৰ বৰ পুতেক কুট্টন বেগাই সোমাই আহে। "এয়া কি হৈছে"

বুলি হাতৰ টিফিনৰ টেমাটো নমাই থৈ, দৌৰি গৈ দুয়োটাকে টানি আজুৰি একৰাই দিবলৈ চেষ্টা কৰে। পানিক্কৰেও এতিয়া সাহ কৰি কাজিয়া ভাঙিবলৈ আগুৱাই যায়। তেতিয়াও পানিক্কৰে ধুতিৰ চিয়ঁাহী লগা অংশটো বাওঁ হাতেৰে ধৰি থাকে। কুট্টনে কোচ্চুৰেল্লুক টানি আনি আদেশৰ সুৰত কয়— "আঁতৰ, আঁতৰি যা।" কোচ্চুৰেল্লু অলপ শান্ত হয়। কোৰিকাট্টুৰালাইও আধা খুলি যোৱা ধুতিখন ঠিক কৰি কৰি পিছলৈ আঁতৰি যায়। কুট্টনক দেখিয়েই দেৱকীয়ে আঁতৰৰ পৰা বুকুত চকিয়াই চকিয়াই চিঞৰি থাকে।

**কুট্টন :** ( উৎকণ্ঠা আৰু বিমূঢ় ভাবে ) কি হৈছে, কথাটো কি ?

**দেৱকী :** ( কান্দি কান্দি ) কি হৈছে আৰু ? সকলোৱে মিলি তেখেতক মাৰিবলৈ ধৰিছে।

**মাক :** ( দুখ কৰি ) কি হ'ব আৰু! ওচৰচুবুৰীয়াই হহাঁৰ বাসনা হৈছে!

( দেৱকীৰ কান্ধত কান্দি থকা লৰাটো ল'বলৈ যায় )

**দেৱকী :** ( কান্দি কান্দি ) নালাগে, নালাগে থাওক কান্দি

**কুট্টন :** ( আদেশৰ সুৰত ) লৰাটো মাৰ হাতত দে—

**মাক :** ( দেৱকীৰ কান্ধৰ পৰা কেচুৱাটো লৈ ) হে ভগবান, আৰু কি যে দেখুৱাব খুজিছা!

( কৃষকে এহাতে আধা খোলা ধুতিখন ঠিক কৰে। আনটো হাত বুকুত থৈ দাঁত কামুৰি যেন কিবা এটা কষ্ট দমন কৰি ডুলিৰ ওচৰলৈ যায় )

**কুট্টন :** ( বাপেকৰ কিবা এটা হোৱা যেন ভাবি, উদ্বিগ্ন হৈ ) কি হ'ল দেউতা ? কি হৈছে ?

( দেউতাকৰ ওচৰলৈ গৈ গাত ধৰে )

**কৃষক :** ( কষ্ট লুকুৱাবৰ চেষ্টা কৰি ) আহ নাই, একো হোৱা নাই।

**মাক :** ( উৎকণ্ঠাৰে ) হেৰ দেউতাৰৰ কিব হৈছেনেকি ? কি হ'ল বাপু

( বেগাই ওচৰলৈ যায় )

**কুট্টন :** দেউতা, কি হৈছে ?

**কৃষক :** নাই, একো হোৱা নাই, হাত, নে মূৰ নে ক'ৰবাত লাগিছে।…

**কুট্টন :** দেউতা, বহকচোন, ইয়াতে বহক।

( দেউতাকক বহুৱাই বুকু আৰু পিঠিত হাতেৰে পিহি দিয়ে। বাকীবোৰ মানুহে ত্ৰস্ত ভাবে চাই থাক )

**মাক :** ( দুখ কৰি ) কপালৰ ঘাম মাটিত পেলাই সকলোকে ডাঙৰ দীঘল কৰিছিল

নহয় ? এতিয়া সম্পত্তিৰ ভাগ লগা হ'ল সকলোকে। এতিয়া আকৌ এইখন কিবা হ'ল !

( কান্দিবলৈ ধৰে। দেবকীৰ কেচুৱাটো কোলাত লৈ ভিতৰলৈ যায়গৈ। কাজিয়াত কোৰিকাটুৱালাৰ কামিজৰ আগফাল বেয়াকৈ ফাটি গৈছে। নখৰ আচোৰত কোচ্চুৱেল্লুৰ মুখৰ পৰা তেজ ওলাইছে। দেবকীৰ মূৰৰ নকল খোপাটো খুলি গৈ দলিল লিখা কাগজৰ ওপৰত পৰি আছে। কোৰিকাটুৱালা তাৰ পূৰ্ব্বৰ ঠাইত গৈ বহে। সি নিজৰ গাৰ ফটা কামিজটোৰ পিনে চায়। কোচ্চুৱেল্লু আঁতৰত থিয় হৈ নিৰ্ব্বিকাৰ ভাবে দূৰলৈ চাই থাকে। পানিক্কৰে ধুতিৰ চিয়াঁহী লগা ভাগটো হাতৰ পৰা নেৰাকৈয়ে কিবা এটা বস্তু বিচাৰি ইফালে সিফালে ঘূৰি ফুৰে )

কুট্টন : ( দেউতাকৰ বুকু মোহাৰি মোহাৰি ) পানিক্কৰ দাদা, কি বিচাৰি ফুৰিছে ?

পানিক্কৰ : ( ঘূৰি ঘূৰি ) ওঁ একো বিচৰা নাই ( হঠাৎ হাউলি কিবা এটা বুটলি ) ওঁ পালোঁ। চশমাৰ গ্লাচখন পৰি গৈছিল। ( পোন হৈ থিয় দি ধুতিখনৰ ফালে দৃষ্ট কৰি চাই ) ধুতিখনত বহুত চিয়াঁহী পৰিলহে। ধুলেও নাযাব যেন লাগিছে ! ( ধুতিত চিয়াঁহী লগাৰ খণ্ডটো যেন মহৰী লৰাটোৰ ওপৰত সাৰিব খুজি ) হেৰ' ক'ত গৈ থিয় হৈ আছ ? আহ বহি ইয়াত। থাপৰত মূৰ ভাঙি দিম, জনা নাই ?

( খণ্ডতে ভাঁজ কৰি থোৱা গামোচাখন হাতত লৈ বাহিৰলৈ ওলাই যায়। চিয়াঁহী লগা অংশটো তেতিয়াও হাতেৰে ধৰি আছে )

কুট্টন : ( কোৰিকাটুৰ ফটা চোলাটোলৈ দৃষ্টিমান চাই, এবাৰ নিজৰ কামিজটো খুলি তাৰ পিনে দলিয়াই দিয়ে। ) ভিনদেউ, ফটা কামিজটো খুলি পেলোৱা।

( কোৰিকাটুৱে কামিজটো নলৈ আগৰ দৰেই তলমূৰ কৰি বহি থাকে )

কুট্টন : ( আকৌ দেউতাকৰ গা পিহি পিহি ) এতিয়া কেনে লাগিছে দেউতা ?

কৃষক : একো চিন্তা নকৰিবি, বোপাই, উস্—

( পানিক্কৰে গামোচা এখন পিন্ধি, ধুতিখন খুলি ভাঁজ কৰি লৈ সোমাই আহে )

পানিক্কৰ : ( খঙেৰে মহৰীক ) ঐ, এই চিয়াঁহীখিনি ধুই ৰ'দত মেলি দেগৈ যা। নেৰাব যেনেই লাগিছে।

( লৰাটোৱে ধুতিখন লৈ ওলাই যায় )

কুট্টন : এৰাব, পানিক্কৰ দাদা, চিন্তা নকৰিব।

পানিক্কৰ : হোঁ। ক'ত এৰাব। ( মহৰী লৰাটোক কয় ) দৈ পানী আছে যদি অলপ খুজি লৈ মোহাৰি চা

কুট্টন : পানিক্কৰদাদা, চিয়াঁহীবোৰ লাগিল কেনেকৈ ?

( পানিক্কৰৰ খঙ তেতিয়াও মাৰ যোৱা নাই )

কুট্টন : পানিক্কৰ দাদা—

পানিক্কৰ : ( নির্ব্বিকাৰ ভাবে ) ওঁ···কোৰিকাট্টুৱালা আৰু কোচ্চুৰেল্লুৱে কিবা কথাত লাগি কাজিয়া লগালে। ( চশমা ভাল কৰে )

কুট্টন : ( কোচ্চুৰেল্লুক ) সম্পত্তি ভাগ কৰাৰ নামত একেবাৰে বলীয়া হৈ যাব লাগে নেকি ?

কোচ্চুৰেল্লু : ( খং উপশম নোহোৱাকৈ ) তোমাৰ দৰে চাকৰী এটা থকা হ'লে ময়ো যি ইচ্ছা ক'ব পাৰিলোহেঁতেন। কিন্তু তোমাক কিমানদিনৰ পৰা কৈ আহিছো মোকো চাকৰী এটা যোগাৰ কৰি দিয়া, কিন্তু তুমি জানোঁ মনকান দিছা !

কুট্টন : তোৰ কথা শুনি এনে লাগে যেন ইচ্ছা কৰিহে, মই পাৰিও, তোক চাকৰী যোগাৰ কৰি দিয়া নাই।

কোচ্চুৰেল্লু : তোমালোকৰ ইচ্ছা অনিচ্ছালৈ চাই থাকিলে নহ'ব নহয়। মোৰ নিজৰ ব্যৱস্থা নিজে কৰিব লাগিব।

কৃষক : ( কুট্টনক ) মই কৈছো যে এঘাৰ ভাগ হ'ব লাগে। আৰু তাৰে ছভাগ দেবকীয়ে পাওক। আৰু কৈছো বোপাইইত ঘৰটো লক্ষ্মীকুট্টীকেই দিয়া যাওক। কোৰিকাট্টুৱালাই সেইটো ভাল পোৱা নাই।

( পানিক্কৰে কাগজৰ ওপৰত পৰি থকা কৃত্রিম চুলিখিনি তুলি লৈ দেবকীৰ হাতত তুলি দিয়ে। দেবকীয়ে লৰালৰিকৈ চুলিখিনি নিজৰ চুলিৰ মাজত সুমাই লয়।

কোৰিকাট্টু : ইমান পৰে হোৱাটো হৈ গ'ল। এতিয়া সকলোবোৰ কথাৰ এটা সিদ্ধান্ত হ'ব লাগে। আৰু তাৰ পিছতহে লিখাচিখা বিলাক হ'ব লাগে। খুলশালিও আহিল যেতিয়া। ( ঘৈনীয়েকৰ ফালে ঘূৰি ) তোৰ কিবা ক'বলগীয়া আছে যদি কৈ দে।

কুট্টন : তোমালোকে মোক ইয়াৰ মাজলৈ নাটানিলেই ভাল আছিল। দলিলত তোমালোকে মোক য'তে চহী দিবলৈ কোৱা মই তাতে মোৰ চহী দিম। মই এবিঘা নাপালেও মোৰ আপত্তি নাই। তথাপি দেউতাই যি কয়···

( মাকে এটা বাটিত অলপ তেল লৈ আহি কৃষকৰ ওচৰত থিয় হয়হি। "ক'ত

লাগিল চাওঁ” বুলি সুধি তেওঁৰ বুকুত মালিচ কৰিবলৈ ধৰে। কুটুন উঠি আতঁৰত থিয় হয়।)

**কৃষক :** ( কুটুনৰ কথাৰ উত্তৰত ) মই ক'লেই নহ'ব। তই ঘৰৰ ডাঙৰ লৰা। তইয়ে ভাগজোখ কৰি দে।

**কোৰিকাট্টু :** ( ঘৈনীয়েকক ) হেৰ তোৰ কিবা ক'বলগা আছেনেকি।

**দেবকী :** মাটিয়েই নহয়, সম্পত্তিও এতিয়াই ভাগ হ'ব লাগে। ( মাকে খঙেৰে দেবকীৰ ফালে চায় )

**কৃষক :** তহতঁক সম্পত্তিও ভাগ কৰি দি, আমি কেনেকৈ চলিম ?

**কোৰিকাট্টু :** এতিয়া ভাগ কৰি থৈ, 'মৃত্যুৰ পিছত' বুলি লিখি থলেই হ'ল।

**কৃষক :** তেনেকৈ হ'ব নোৱাৰে

**মাক :** আমি চকুমুদালৈকে বাট-চাইঁকচোন। আমাৰ আৰু কিমান দিননো আছে !

**কৃষক :** আমাৰ তো দিবলৈও আন একো নাই। যিখিনি আছে সেইখিনি তইঁতেই পাবি।

**দেবকী :** তাকেই এতিয়াই ভাগ কৰি থওক।

**কুট্টন :** তই ইমানকৈ জেদ ধৰিছ কিয় ?

**দেবকী :** আই বোপাইৰ মনত কি আছে, তই জানো ভালদৰে জান ?

**কৃষক :** আই, এই মাৰ বাপেৰক ইমান অবিশ্বাসী বুলি ভাবিছ ?

**মাক :** ( মালিচ কৰিবলৈ এৰি পোন হৈ বহি ) মাৰবাপেৰৰ মনত কি আছে জানিব খুজিছ ? সেইটো মই ক'ম। এৰা মইহে ক'ম। শুন, বুঢ়াবয়সত যি আমাক চোৱা চিতা কৰিব—সিয়ে সকলো সম্পত্তি পাব।

**দেবকী :** ( ৰহস্য প্ৰকাশ কৰাৰ ভাবেৰে ) দেখিলি—দেখিলি !

**কৃষক :** ( খঙেৰে ) দেখিবলৈ একো নাই। তইঁত আটাইৰে গুণবোৰ এতিয়াই ভালদৰে দেখা পোৱা নাই জানো ? আমাৰ হাতত যদি নিজৰ বুলি একো এটা নাথাকে তেন্তে তইঁতে 'দেউতা আৰু কুকুৰটোক ভাত দিদিনে' বুলি সোধা মানুহ তইঁত !

**কোচ্চুৰেল্লু :** 'মৃত্যুৰ পিছত' বুলি এতিয়া ভাগ দেখুৱাই থলেনো কি ক্ষতি হ'ব ?

**কৃষক :** ( খঙেৰে ) ইচ্ছা নাই যা, মোৰ ইচ্ছা নাই !

**কোচ্চুৰেল্লু :** তেন্তে দেবকী বাইদেউৱে কোৱাটোৱেই সঁচা ? তইঁত দুয়ো যাকে ইচ্ছা কৰ তাকে লিখি দিবলৈ ঠিক কৰিছ ?

**দেৱকী :** তই তেনেই লৰা হৈ আছ ! এতিয়া বুজিলি ?

**কুট্টন :** কোচ্চু্ৰেল্লু মনত ৰাখিবি, সম্পত্তিৰহে ভাগ হয়—আমাৰ সম্বন্ধ শেষ নহয় ।

**কোচ্চু্ৰেল্লু :** দাদাৰ দৰে ময়ো দৰ্শন বোলাব পাৰোঁ ।

**দেৱকী :** মই কওঁ শুন । এইবোৰ সকলো লক্ষ্মীকুট্টীক দিয়াৰ চল ।

**মাক :** ভাই ক'ৰবাৰ পৰা বেলেগে উৰি আহিছেনেকি অ' তেনেকৈ যে ভাবিছ ?

**দেৱকী :** এৰা, মই ভাইৰ দৰে অহা নহয় চাগৈ !

**কৃষক :** হে ভগবান ! এদিন আটাইবোৰ কিমান মিলিজুলি আছিল, আজি কি হ'ল বাৰু !

**পানিক্কৰ :** এনে ঘটনা নিতৌ ঘটিয়েই থাকে ভাই । ( বাহিৰলৈ চাই ডাঙৰকৈ মাতি সোধে ) কি অ' চিয়াঁহী গ'লনে ?

**মহৰী :** ( বাহিৰৰ পৰা ) নাই, নাযায় !

**পানিক্কৰ :** ( নিৰাশ হৈ ) নাযায় ! ( ডাঙৰকৈ ) আৰু অলপ দৈ পানী মোহাৰি দে' ।

**কুট্টন :** দেউতা, এটা কাম কৰক । সিহঁতে যেনেকৈ কৈছে তেনেকৈয়ে ভাগ কৰি দিয়ক । মোৰ হাত ভৰি চলি থকালৈকে আপোনালোক দুটাক অন্ততঃ নাখাই মৰিবলৈ নিদিওঁ ।

**কৃষক :** তই সেইটো কথা নকবি বোপাই । মই নমৰালৈকে সম্পত্তিৰ ভাগ মই কাকো নিদিওঁ ।

**কোচ্চু্ৰেল্লু :** এই বুঢ়া বয়সতো সম্পত্তিৰ লোভ নেৰে দেখিছা !

**কুট্টন :** ( আদেশৰ সুৰত ) ঐ—ঐ—

**দেৱকী :** ( কোচ্চু্ৰেল্লুৰ পিনে হয় ভৰ দি ) ওঁ তই ঠিকেই কৈছ । সিফলীয়া হ'বলৈ কেইদিন আছে, তথাপি সম্পতিৰ মোহ আতঁৰা নাই । আকৌ আনৰহে দোষ ধৰে ।

( পুতেক জীয়েকৰ কথাত কৃষকৰ খং আৰু দুখ উথলি উঠে )

**কোৰিকাট্টু :** এৰা, আৰু কিমান দিনমো আছে মামা !

( কৃষকে হঠাৎ ঘৈনীয়েকৰ হাতখন বুকুৰ পৰা জোকাৰ মাৰি একৰাই জাপ মাৰি থিয় হয় )

**কৃষক :** ( অত্যন্ত উত্তেজনাৰে ) মই আৰু জীয়াই থাকিব নোখোজো । মোৰ লৰাছোৱালীয়ে যেতিয়া মোক আৰু নিবিচাৰে, মোৰ সম্পতিহে সিহঁতক লাগে, সিহঁতে তাকে এতিয়াই ভগাই লওক । মই জীয়াই থকাৰ সকাম নাই ।

( কৃষকে সেইবুলি কৈ কুকুৰাৰ পাখীৰ দৰে চুৰিখন থাপমাৰি লৈ হঠাৎ নিজৰ বুকুত, পেটত বহুৱাই দিয়ে। লগে লগে 'দেউতা' বুলি চিঞৰি কুটুনে আৰু 'কি কৰিলে ঔ' বুলি কুটুনৰ মাকে কৃষকৰ হাতত থাপ মাৰি ধৰে। কৃষকে "মোক এৰি দে, এৰি দে, মোৰ আৰু ইয়াত প্ৰয়োজন নাই, তইঁতক সম্পত্তি হে লাগে ? তাকে ল, মই জীয়াঁই নাথাকো,—জীয়াই নাথাকো—" ইত্যাদি কথা কৈ আকৌ চুৰিখন কুটুনৰ মাকৰ হাতৰ পৰা থাপ মাৰি লবলৈ চেষ্টা কৰে। কুটুনৰ মাকৰ হাত কাটে আৰু তেজ ওলায়। লক্ষ্মীকুট্টিয়ে দেবকীৰ কেচুৱাটো কোলাত লৈ দৌৰি ওলাই আহে আৰু কান্দিবলৈ ধৰে। কোচ্চ্ৰেল্লু নীৰবে বাহিৰলৈ ওলাই যায়। কোৰিকাট্টুৰালা বহাৰ পৰা জাপ মাৰি থিয় হয় আৰু কি কৰিব কি নকৰিব ভাবে চাই থাকে। দেবকীয়েও অত্যন্ত ভয় খাই থিয় দি থাকে। কুট্টনে দেউতাকক সাবটি ধৰি থাকে। কুটুনৰ মাকে কৃষকৰ ক্ষত স্থানত হাতেৰে চেপি ধৰি গিৰিয়েকৰ ফালে চাই চিঞৰি উঠে— )

মাক : নাৰায়ণ !!

## পাত্ৰ

| | | |
|---|---|---|
| প্ৰভাকৰণ | ... | অফিচত কাম কৰা যুবক |
| দ্ৰাক্ষায়ণী | ... | প্ৰভাকৰণৰ মাক। বংশ মৰ্য্যদা ৰক্ষাৰ বাবে সচেতন। |
| কুঞ্জী ৰামন | ... | প্ৰভাকৰণৰ মোমায়েক। প্ৰায় পচপন্ন বছৰমান বয়স। বিদেশত ডাঙৰ চাকৰি কৰে। কান্ধত এখন চাদৰ। |
| চামু নায়াৰ | ... | দেউতাকৰ ভৰিত কিবা বিকাৰ আছে। লাঠি লৈ ফুৰে। মানুহৰ মূল্য তেওঁ ভালদৰে বুজি পায়। জীৱনক শিশুসুলভ চঞ্চলতা আৰু ধেমালিৰ দৃষ্টিৰে চায়। |
| শান্তা | ... | চাকৰণী। তাই সংসাৰৰ একো কথা নাজানে। দেখাত অত্যন্ত ৰূপৱতী। চাকৰণী বুলিলে যিটো ধাৰণা সাধাৰণতে নহয়। সুচৰিত্ৰা আৰু আত্মবিশ্বাসী। চামু নায়াৰে সদায় তাইক সকলো কথাতে উৎসাহ দি থাকে। |

**ৰঙ্গমঞ্চ :** সুসজ্জিত এটা ঘৰৰ কোঠালি। বেৰত ফ্ৰেমত বন্ধোৱা মনোহৰ ছবি আৰু ৰংবিৰঙৰ কেলেণ্ডাৰ ওলোমোৱা আছে। মাজত এখন দুৱাৰ, তাত এখন পৰ্দ্দা। কোঠাটোত এটা চোফাচেট। এজনীয়া চোফা দুখন দুয়ো কাষে আৰু দুজনীয়াখন সমুখলৈ মুখ কৰি আছে। মাজত এখন টিপয়। টিপয়ত এটা ফুলৰে সৈতে ফুলদানী। বেৰত এটা ঘড়ী। সময় দহ বাজি পয়ত্ৰিছ মিনিট হৈ গৈছে।

ৰঙ্গমঞ্চৰ বাওঁফালে এচুকত বেৰৰ কাষত এখন টেবুল আৰু এখন চকী। টেবুলত কিছুমান কিতাপ থোৱা আছে। তাতে এটা শ্বেড লগোৱা টেবুল লেম্প জ্বলি আছে। আঁৰকাপোৰ আঁতৰাৰ সময়ত ৰঙ্গমঞ্চত কেৱল সেই টেবুললেম্পৰ পোহৰহে দেখা যায়। চকীত বহী টেবুলত মূৰ থৈ প্ৰভাকৰণ শুই আছে। এক গভীৰ চিন্তাত যেন নিমগ্ন। বাওঁহাতখন টেবুললেম্পৰ চুইচত। চুইচটো এবাৰ অফ্ হৈ যায়। ৰঙ্গমঞ্চত এতিয়া ভিতৰৰ পৰা অহা ক্ষীণ পোহৰ মাত্ৰ দেখা যায়। প্ৰভাকৰণে আকৌ টেবুল লেম্পটো জ্বলাই দিয়ে। কেই মূহূৰ্ত্তমানৰ পাছত আকৌ লাইটটো অফ্ কৰি দিয়ে। আকৌ আন্ধাৰ হয়। দ্ৰাক্ষায়ণী অম্মা আহি দুৱাৰ মুখত থিয় হৈ ৰয়।

**দ্ৰাক্ষায়ণী :** ( মাতে ) প্ৰভাকৰ—প্ৰভাকৰ—( উত্তৰ নাপাই ডাঙৰকৈ মাতে ) প্ৰভাকৰ—

( টেবুল লাইটটো জ্বলে। প্ৰভাকৰণে মুখেৰে নামাতে। দুৱাৰৰ ওচৰত বেৰত চুইচ আছে। দ্ৰাক্ষায়ণীয়ে সেইটো অন কৰি দিয়ে। গোটেই কোঠালীটো আলোকিত হৈ পৰে। মাজত এটা বাল্ব জ্বলি থকা যেন লাগে। মাক প্ৰভাকৰণৰ ওচৰলৈ আহে )।

**দ্ৰাক্ষায়ণী :** প্ৰভাকৰ, তই এনেকৈ পৰি আছ কিয় ? উঠ। হৈ যোৱা কথাবোৰ লৈ আৰু চিন্তা কৰি লাভ নাই। মই আৰু তোৰ মোমায়েৰে মিলি এটা সিদ্ধান্ত কৰি পেলাইছো। তই এতিয়া আমাৰ কথা মানিলেই হ'ল। ( প্ৰভাকৰণে মূৰ তোলে ) মোমায়েৰ যাবলৈ ওলাইছেই। আমাৰ পৰা খাটাং কথাটো পালেই যাব। আমি ভাবিছো, এই মাহতে বিয়া হ'ব লাগে।

**প্ৰভাকৰণ :** মা—( উঠি মাকৰ সমুখত থিয় হয় )

**দ্ৰাক্ষায়ণী :** ( প্ৰভাকৰণৰ ওচৰলৈ গৈ ) তইনো ইমান দুখ কৰি আছ কিয় ? মোৰ অন্তৰত জানেঁা তোলৈ বেয়াভাব হ'ব পাৰে ? মইনো তোক বেয়া পাব পাৰো জানেঁা ?

( কুঞ্জি ৰামন যাবলৈ সাজু হৈ ওলাই আহে। কান্ধত চাদৰখন জাপি পেলাই লোৱা আছে )

**কুঞ্জীৰামন :** প্ৰভাকৰ, মই ৰাতিৰ এইখন গাড়ীতেই যাব খুজিছো। কাইলৈ অফিচ পাবগৈ লাগে। মাৰৰ চিঠি পায়েই এদিনৰ ছুটি লৈ শুচি আহিছিলোঁ।

**দ্ৰাক্ষায়ণী :** ডাউন গাড়ীখন যোৱাই নাই। তাৰ এঘণ্টাৰ পাছতহে আপখন আহিব। জংচন, ইয়াত অন্য গাড়ীৰ পেচেঞ্জাৰে আহি গাড়ী সলাইহি। সময় আছে।

**কুঞ্জী ৰামন :** তথাপি অলপ আগতেই ষ্টেচন পোৱাগৈ ভাল।

**দ্ৰাক্ষায়ণী :** ককাইদেউ, আপুনি প্ৰভাকৰক কথাটো আৰু অলপ কৈ যাওক।

**কুঞ্জী :** মই আকৌ ইয়াত ইমান গোলমাল লাগি আছে বুলি জনাই নাছিলোঁ। যিহওক, সেইবোৰ সাধাৰণ কথা। দ্ৰাক্ষায়ণী, তই চাকৰটোক মোৰ বেগটো লৈ ষ্টেচনলৈ গৈ থাকিবলৈ ক।

**দ্ৰাক্ষায়ণী :** ( মাতি মাতি দুৱাৰৰ ফালে আগবাঢ়ে ) ৰামু—ৰামু—

**কুঞ্জী :** ( জেপৰ পৰা পাৰ্চ উলিয়াই ) চেকেণ্ড ক্লাচৰ টিকেট এটাও কিনিব। ( দহ টকাৰ নোট এখন উলিয়াই দিয়ে, দ্ৰাক্ষায়ণীয়ে নোটখন লৈ সোমাই যায়। যাবৰ সময়ত )

**দ্ৰাক্ষায়ণী :** বুৰ্বকটো বা ক'ত চুকত সোমাই আছেগৈ ?

**কুঞ্জী :** ( প্ৰভাকৰণক ) এইবোৰ তেনে একো কথা নহয়। মাত্ৰ কথাবোৰ আগেয়েই ভাবিব লাগিছিল। তোৰ গৰম তেজে তোক বিপথে নিলে।

**প্ৰভাকৰণ :** মামা—

**কুঞ্জী :** কিবা, ক'ব খুজিছ ক—

( প্ৰভাকৰণৰ দেউতাক লাঠিৰ ওপৰত ভৰ দি সোমাই আহে। কুঞ্জী ৰামণে তেওঁৰ ফালে মূৰ ডাঙি চায় )

**কুঞ্জী :** তুমি এতিয়া ইয়ালৈ নাহিবা। আমাক অলপ কথা পাতি লবলৈ দিয়া।

**চামু নায়াৰ :** অলপ কথা পাতিলেই আচল কথাটো শেষ হৈ নাযায়। বাৰু ঠিক আছে, মই নাহোঁ।

( উভটি সোমাই যায় )

**কুঞ্জী :** তই মোক কথাটো খুলি কবলৈ সঙ্কোচ কৰিবি। সেইটো মই বুজি পাইছোঁ।

**প্ৰভাকৰণ :** নাই—নাই—একো নাই—

**কুঞ্জী :** ( ঘড়ীলৈ চাই ) মোৰ হাতত বেছি সময় নাই। যাবৰ সময় হ'লেই। কি ক'ব খুজিছ সোনকালে ক। মই ছোৱালীৰ জন্ম পত্ৰিকা লৈ আহিছো। ৰাহি জোৰা বৰ ভাল মিলিছে। তাতে ইয়াত এইবোৰ পৰিস্থিতি শুনি আমি লৰালৰি কৰিবলৈ ঠিৰাং কৰিছো। আৰু আমাৰ এই সিদ্ধান্তকে লৈ মই ৰেলত উঠিমগৈ। ( পাতল হাঁহি মাৰে )

**প্ৰভাকৰণ :** মামা—

**কুঞ্জী :** হুঁম্।

**প্ৰভাকৰণ :** শান্তা এজনী অনাথ ছোৱালী

**কুঞ্জী :** ওঁ, আমি তাইৰ ৰক্ষণাবেক্ষণ কৰিব লাগিব।

**প্ৰভাকৰণ :** কিন্তু তাইৰ ভবিষ্যত জীৱন ৰক্ষা কৰাৰ দায়িত্ব, মই ভাবো, মোৰেই। নহয় জানেঁা ?

**কুঞ্জী :** ওঁ হয়।

**প্ৰভাকৰণ :** তেন্তে সেইটো কেনেকৈ পৰা যাব ?

**কুঞ্জী :** অহা দেওবাৰে মই আকৌ এইফালে আহিম। তেতিয়া মই সকলো ঠিকঠাক কৰি যামহি।

**দ্ৰাক্ষায়ণী :** ( সোমাই আহি ) ককাইদেউ ৰামু ওলাই আছে। আপুনি দেৰী কৰি আছে দেখোঁন। দেওবাৰে আহিব নহয় ? মই প্ৰভাকৰণৰ লগত কথাবতৰা হৈ থ'ম।

**কুঞ্জী :** প্ৰভাকৰক মাত্ৰ এটা কথাই ক'ব লগা আছে। মূৰ্খৰ দৰে যাতে সি কাম নকৰে। ভাগ্যৰ বলত আমি ভাল কূলত জন্মলাভ কৰিছোঁ। সেই কূল কলঙ্কিত কৰিব নোৱাৰ। প্ৰভাকৰৰ দেউতাক ক'ত আছে ?

**দ্ৰাক্ষায়ণী :** বাহিৰৰ বাৰান্দাতে আছে।

**কুঞ্জী :** ( প্ৰভাকৰক ) মই আহিছো।

( কুঞ্জীৰাম আৰু দ্ৰাক্ষায়ণী ওলাই যায়। প্ৰভাকৰণে দুৱাৰৰ ওচৰৰ চুইচটো অফ কৰি লাইটটো নুমাই দিয়ে। ৰঙ্গমঞ্চত কাষৰ টেবুলত থকা টেবল লেম্পটো মাত্ৰ জ্বলি থাকে। প্ৰভাকৰণে ইফালৰ পৰা সিফাললৈ অহাযোৱা কৰি থাকে। ভিতৰৰ পৰা ক্ষীণ অস্পষ্ট ৰূপে উচুপনিৰ শব্দ শুনা যায়। প্ৰভাকৰণে হঠাৎ বৈ সেই উচুপনি শুনিবলৈ চেষ্টা কৰে। উচুপনিয়ে যেন

প্ৰভাকৰণৰ চিন্তাত বাধা প্ৰদান কৰে। সি যেন সহ্য কৰিব নোৱাৰা হৈ পৰে। যেন অসুস্থ হৈ পৰে। সি ব্যগ্ৰ হৈ উঠে। দুৱাৰৰ ফালে আগবাঢ়ে। আকৌ পিছলৈ উভটি আহে। আগবাঢ়িবলৈ তাৰ শক্তি নাই। উচুপনিটোৱে যেন তাক টানি নিব খোজে। আগলৈ যায়, আকৌ পিছলৈ আহে। এবাৰ গৈ টেবুলৰ পৰা চিগাৰেট এটা তুলি লয় আৰু দিয়াচলাই কাঠিৰে জ্বলায়। ঘড়ীৰ ফালে চায়। পেণ্ডুলামলৈ চাই থাকে! চিগাৰেটৰ ধোঁৱাৰে তাৰ মুখখন এবাৰ ঢাক খাই যায়। হঠাৎ মাকক দুৱাৰমুখত দেখা পায়।)

**দ্ৰাক্ষায়ণী :** কি প্ৰভাকৰ, কি হৈছে? কোঠাটো আন্ধাৰ কৰি থৈছ কিয়?

(চুইচ টিপে। পোহৰ হয়)

**প্ৰভাকৰণ :** (মাকলৈ মনোযোগেৰে চাই মুখ ঘূৰায়) মা—মোৰ নহয়, পোহৰত তোমালোকৰহে কিবা হয়।

**দ্ৰাক্ষায়ণী :** আমি লাইট নুমাই আন্ধাৰত বহি নাথাকোঁ।

**প্ৰভাকৰণ :** তুমি বুজি নাপাবা মা—তোমাৰ হৃদয়তে পোহৰ নাই।

**দ্ৰাক্ষায়ণী :** মই তোৰ সাহিত্য শুনিবলৈ অহা নাই।

**প্ৰভাকৰণ :** মই ভুল কৰিলোঁ। শান্তাৰ জীৱনৰ বিষয়ে তুমি একো ভাবিবলগীয়া নাই?

**দ্ৰাক্ষায়ণী :** তোৰ মূৰ্খামীৰ শেষ নাই। তাই এজনী ইয়াৰ চাকৰণীহে, নহয় জানো? তায়ো নিজে সাৱধান হৈ থকা উচিত আছিল।

**প্ৰভাকৰণ :** মই তোমাক কিমানবাৰ কৈছো, দোষ মোৰেই। তাই যদি বেয়া পথলৈ আহিছে ময়েই তাইক সেই পথলৈ নমাই আনিছো। তাই যদি ব্যাভিচাৰ কৰিছে তেন্তে সেই ব্যাভিচাৰ মোৰ বাবেইহে কৰিছে।

**দ্ৰাক্ষায়ণী :** দেউতাৰে কৈয়েই আছিল, গাভৰু ছোৱালী ঘৰলৈ চাকৰণী কৰি নানিবা। মই তেওঁৰ কথা তেতিয়া নামানিলোঁ। তোৰ ওপৰত মোৰ বিশ্বাস আছিল।

**প্ৰভাকৰণ :** কিন্তু তুমি এতিয়া যিমানেই যি কৈ নাথাকা মই আৰু তাইক পাহৰিব নোৱাৰোঁ।

**দ্ৰাক্ষায়ণী :** তোকনো পাহৰিবলৈ কোনে কৈছে।

**প্ৰভাকৰণ :** তাইক উপেক্ষা কৰাৰ শক্তি মোৰ নাই মা।

**দ্ৰাক্ষায়ণী :** উপেক্ষা কৰিবলৈও তোক কোনেও কোৱা নাই। তাই ইয়াতে থাকক।

**প্ৰভাকৰণ :** কিন্তু কেনেকৈ ?

**দ্ৰাক্ষায়ণী :** তাইৰ কাৰণে মোমায়েৰ আৰু মই মিলি এটা উপায় বিচাৰি উলিয়াইছো। তাই ইয়াৰ পৰা গুলাই যাবলৈ আপত্তি কৰিব। তাই কেনেবাকৈ আত্মহত্যাও কৰি পেলাব পাৰে। বৰ বেয়া কথা হ'ব তেনে এটা ঘটনা হ'লে। এতিয়া মানুহে কথাবোৰ গম পোৱাৰ আগেয়েই আমি ঠিক কৰি পেলাম বুলি ভাবিছো।

( চামু নায়াৰ সোমাই আহে )

**চামু :** তোমালোকেনো কেনে ধৰণে ঠিক কৰাৰ কথা ভাবিছা ? মই কিন্তু ছোৱালীজনীক দুখ পাবলৈ নিদিওঁ।

**দ্ৰাক্ষায়ণী :** তাইকনো দুখ দিবলৈ আপোনাক কোনে কৈছে ? কাকো দুখ দিয়াৰ ইচ্ছা আমাৰ নাই।

**চামু :** তেন্তে তাইক সন্তোষ দিয়াৰ চিন্তা কৰিছা ?

**দ্ৰাক্ষায়ণী :** ওঁ নিশ্চয়। সন্দেহ আছেনেকি তাত ?

**চামু :** তেন্তে তুমি তাইক প্ৰভাকৰণলৈ বিয়া কৰাবা নেকি ?

( চোফাত বহে )

**দ্ৰাক্ষায়ণী :** ( ঠাট্টাৰ সুৰটো বুজি খঙেৰে ) কিন্তু সেইটো যদি কৰো জ্ঞানী মানুহৰ কাম হ'ব জানো ? বুজিছে, মোৰ মূৰত একুৰা জুই জ্বলি আছে। কেনেকৈ এই অপমানৰ পৰা হাত সাৰো তাৰে চেষ্টাত মৰিছোঁ! আপুনি আকৌ ঠাট্টা বিদ্ৰুপ কৰাতহে লাগিছে। লাজ লগা নাইনে ?

**চামু :** মোৰ কিয় লাজ লাগিব ? মই ছোৱালীজনীৰ গাত একো দোষ নিদিওঁ। তাই ভালেই। ইহে তাইক বেয়া কৰিছে।

**প্ৰভাকৰণ :** মই সেইটো স্বীকাৰ কৰিছোঁ দেউতা।

**চামু :** ওঁ স্বীকাৰ কৰিবই লাগিব—

**দ্ৰাক্ষায়ণী :** কিমান ভাল ভাল মানুহৰ ঘৰত এনেকুৱা ঘটনা হৈছে, হ'ব লাগিছে।

**চামু :** এইখন ঘৰতো সেয়েই হ'ল। সেইটোহে আৰু! যি হৈছে হৈছে, কোনো কথা নাই।

**দ্ৰাক্ষায়ণী :** কিন্তু সেইবিলাকৰ ঘৰত আপোনাৰ কথা মতে ঘৰৰ মালিকৰ লৰাই চাকৰণীক বিয়া কৰোৱা নাই।

**চামু :** তেন্তে তোমাৰ মতে সিহঁতে বা কি কৰিলে।

**দ্ৰাক্ষায়ণী :** কি কৰিলে আৰু! সিইঁতক দুঃশ্চৰিত্ৰা বুলি ঘৰৰ পৰা উলিয়াই দিছে। দৰকাৰ হ'লে কিছু পা-পইচাও দি দিছে।

**চাম্মু :** আৰু সেইবিলাক কৰাত যেতিয়া বিফল হয়?

**দ্ৰাক্ষায়ণী :** ঘৰৰ চাকৰৰ লগত তাইক বিয়া দি দিয়ে।

**প্ৰভাকৰণ :** (উৎকণ্ঠিত ভাবে) মা, তাৰ মানে শান্তাক আমাৰ ৰামুলৈ দিব খুজিছে নেকি? তুমি আৰু মামাই কৰা সিদ্ধান্ত সেইটোৱেই নেকি?

**চাম্মু :** ওঁ ওঁ সেইটোৱেই সেইটোৱেই প্ৰভাকৰ।

**দ্ৰাক্ষায়ণী :** ওঁ, সেইটোৱেই যেনিবা! তাতনো কি দোষটো হ'ল?

**প্ৰভাকৰণ :** ৰামুৱে এইবোৰ কথা জানে নেকি?

**দ্ৰাক্ষায়ণী :** কি জানেঁা! জানেনে নাজানে? জানিলেই যেনিবা, কিটো হ'ল। সিটো আমাৰ কথা মতেই কাম কৰিব।

**প্ৰভাকৰণ :** চাকৰ হলেও সি এটা পুৰুষ, এটা মানুহ।

**দ্ৰাক্ষায়ণী-:** ইমানদিনে খাই অহা নিমখৰ সি ধাৰ নোসোধিবনে?

**চাম্মু :** দ্ৰাক্ষায়ণী, এই সিদ্ধান্ত মানি লবৰ কাৰণে সি তোমাৰ নিমখ খোৱা নাই।

**দ্ৰাক্ষায়ণী :** আপুনি কিয় এনে ধৰণৰ কথাবোৰ কৈ আছে?

**চাম্মু :** (হাঁহি) কেনে ধৰণৰ কথা ক'ব লাগে মই নাজানোৱেই নেকি।

(বহাৰ পৰা উঠে)

**দ্ৰাক্ষায়ণী :** তেন্তে ভিতৰলৈ গৈ মনে মনে বহি থাকক গৈ।

**চাম্মু :** ময়ো এনেকৈ অনাৱশ্যক তৰ্ক কৰি থাকিব নোখোজেঁা, তাকেহে ক'ব খুজিছো। যিয়েই হওক বাৰু, ছোৱালীজনীক যাতে দুখ দিয়া নহয় তাৰ ব্যৱস্থা কৰা তোমালোকে। কি হয় কৰি তাৰ পিছত মোৰ ওচৰলৈ আহিবা। মই তেতিয়া যি উচিত হয় কৰিম।

(সোমাই যায়)

**দ্ৰাক্ষায়ণী :** (স্বগত) মই যেন এইবোৰ অকল মোৰ নিজৰ কাৰণেহে কৰিছো (প্ৰভাকৰণক) কচোন এতিয়া, আমি যিটো ভাবিছো সেইটো কৰিলে কেনে হ'ব?

**প্ৰভাকৰণ :** শান্তা সেই কথাত মান্তি হ'ব?

**দ্ৰাক্ষায়ণী :** কিয় মান্তি নহ'ব?

**প্ৰভাকৰণ :** মোৰ সন্দেহ আছে। কাৰণ তাই দৰাচলতে মোক ভাল পায়।

দ্ৰাক্ষায়ণী : ভাল পালে বুলি তাই তোকেই স্বামী ৰূপে পাবলৈ বিচাৰে,—সেই বুলি কৈছে নেকি ?

প্ৰভাকৰণ : তাই তেনেকৈ মুখেৰে কোৱা নাই

দ্ৰাক্ষায়ণী : তেন্তে ?

প্ৰভাকৰণ : তথাপি—

দ্ৰাক্ষায়ণী : তোৰ নিজৰ তাইক বিয়া কৰাবলৈ প্ৰবল ইচ্ছা আছে নেকি ?

প্ৰভাকৰণ : মা—

দ্ৰাক্ষায়ণী : খুলি ক কি কব খোজ—

প্ৰভাকৰণ : তাইৰ জানো মোক ভাল পোৱাৰ অধিকাৰ নাই ?

দ্ৰাক্ষায়ণী : নাই—

প্ৰভাকৰণ : কিয় ?

দ্ৰাক্ষায়ণী : তাই আমাৰ চাকৰণী। তাইৰ বংশ মৰ্য্যাদা বা আত্মীয় স্বজন নাই।

প্ৰভাকৰণ : তাই এজনী নাৰী। আৰু এজনী নাৰী হিচাবে এজন পুৰুষক তাই ভাল পাইছে।

দ্ৰাক্ষায়ণী : চা, তোক ভাল পাবৰ তাইৰ অধিকাৰ নাই। তাইৰ যদি প্ৰেম কৰাৰ ইমান ইচ্ছা তাই বামুৰ লগতো প্ৰেম কৰিব পাৰিলেহেঁতেন! নিজে ঢুকি নোপোৱা বস্তুলৈ হাত মেলাৰ পৰা একো লাভ নাই।

প্ৰভাকৰণ : মা ; তুমি অশিক্ষিত মূৰ্খ মানুহৰ দৰে কথা কৈছা।

দ্ৰাক্ষায়ণী : এয়া যদি অশিক্ষা হয়, মূৰ্খামী হয়, তেন্তে এই বংশ আৰু কুল ৰক্ষা কৰিবলৈ তাৰ আৱশ্যক আছে। মোক পগলা নকৰিবি প্ৰভাকৰ।

প্ৰভাকৰণ : চোৱা মা, আমাৰ মাজত এটি জীৱনে আশ্ৰয় লৈ আছে। কেনেবাকৈ আমাৰ অসাৱধনতাৰ বাবে সেই জীৱন যদি নষ্ট হৈ যায় মা, মই আৰু এই জনমত কোনো দিনে সুখ নাপাম।

দ্ৰাক্ষায়ণী : মই তোক অতি গুৰুত্ব দি এটা কথা সুধিছো : তাই তোক ভাল পায়, তাই ভাল পাবই। কাৰণ তাৰ পৰা তাইৰ লাভ আছে। কিন্তু মই জানিব খুজিছোঁ—তই তাইক সঁচাই ভাল পাৱনেকি ? ( প্ৰভাকৰে কি উত্তৰ দিব ভাবি নাপায় চিন্তাত পৰে ) কি কৱ, প্ৰভাকৰণ ?

প্ৰভাকৰণ : মা, মোক এনে প্ৰশ্ন নকৰিবা

দ্ৰাক্ষায়ণী : তোৰ এই উত্তৰৰ মই কি অৰ্থ কৰিম ?

প্ৰভাকৰণ : তুমি যি বুজা বুজিব পাৰা। মোৰ আপত্তি নাই।

দ্রাক্ষায়ণী : তাৰ মানে তই তাইক সঁচাই ভাল পাৱ ?

প্ৰভাকৰণ : মই তাইক বিয়া কৰোৱাৰ কথা কৈছো জানেঁ৷ ?

দ্রাক্ষায়ণী : নাই কোৱা, কিন্তু তোৰ কাণ্ড কাৰখানাবোৰ দেখি তেনে যেনেই লাগিছে ।

প্ৰভাকৰণ : তুমি সেইটো নভাবিবা, মই তাইক বিয়া নকৰাওঁ ।

দ্রাক্ষায়ণী : ( প্ৰভাকৰৰ উত্তৰত প্ৰসন্ন হৈ আদৰেৰে ) তাকেনো ইমান পৰে কোৱা নাছিলি কিয় প্ৰভাকৰণ ? অৱশ্যে তই যে এইবিষয়ে জোৰ নকৰ মই জানিছিলোঁ।

প্ৰভাকৰণ : মা, তোমাক যি কবলগীয়া আছিল মই ক'লো ! মই এতিয়া শান্তাৰ সৈতে অলপ কথা হওঁ । তাইক ইয়ালৈ পঠাই দিবানে ?

দ্রাক্ষায়ণী : তাইৰ লগত অলপ ভাবিচিন্তি কথা হ'বি । তাই তোক ফুচুলাবলৈ চেষ্টা কৰিব ।

প্ৰভাকৰণ : অকৰাৰ দৰে কথা নক'বাচোন। তাইক ইয়ালৈ পঠাই দিয়াগৈ যোৱা ।

( দ্রাক্ষায়ণী সোমাই যায় । প্ৰভাকৰণৰ চিন্তাৰ বেগ তীব্ৰতম হৈ পৰে । সঙ্গীতৰ এক প্ৰবল মূৰ্চ্ছনা ৰঙ্গমঞ্চই দি বাগৰি যায় । কেই মুহূৰ্ত্তমানৰ পিছতে শান্তা (20) সোমাই আহে । কান্দি কান্দি তাইৰ দুই চকু ৰঙা । চুলি আউল বাউল । বিনীত ভাবে মঞ্চৰ এটা কোনত তলমূৰকৰি তাই থিয় হয় । দ্রাক্ষায়ণী অম্মা দুৱাৰৰ একাষত থিয় হৈ থকা দেখা যায় । প্ৰভাকৰণে প্ৰথমে একো কথা আৰম্ভ নকৰে । মাত্ৰ শান্তালৈ বেজাৰ মনে চাই থাকে । শান্তাই যেন তাইৰ কান্দোন সংযম কৰে )

প্ৰভাকৰণ : শান্তা ( শান্তা নিৰুত্তৰ । প্ৰভাকৰ ক্ষন্তেক নীৰব হৈ থাকে ) শান্তা, মই তোমাক দুটামান কথা ক'ব খুজিছো । তুমি মন দি শুনা ।...মই সঁচাই এটা ডাঙৰ অপৰাধ কৰিলোঁ ।...মই দুখীত ।...কিন্তু তোমাক বিয়া কৰোৱাৰ সিদ্ধান্ত মই ল'ব নোৱাৰোঁ । কাৰণ সেয়ে হ'লে মই ইয়াত মোৰ মূৰ থিয় কৰি ৰাখিব নোৱাৰিম । মোৰ মা দেউতা আৰু মামা—সকলোৱেই তুমিতো জানাই, তেখেত সকল সন্মত নহয় । কিন্তু তুমি এই ঘৰ এৰি যাব নোৱাৰা । মই সদায় তোমাক চাই থাকিবলৈ বিচাৰো । সেইকাৰণেই মই তোমাক এটা কথা ক'বলৈ বিচাৰিছো কথাটো তুমি শান্তা জানিবই লাগিব । কোনো অন্যপথ যদি আছে ...।...তুমি মোক ঘিণ নকৰিবা । মই তোমাক ভাল পাওঁ ( শান্তা নীৰব, যেন সকলো সহ্য কৰি আছে ) শান্তা তুমি ইমান মৌন হৈ আছা কিয় ? আচলতে মই চিন্তা

নকৰাৰ কাৰণেই বহুত কিবাকিবি হৈ গ'ল। ( আচল কথাটো ক'বলৈ যেন শক্তি গোটাই লৈ ) শান্তা। ( কথাখিনি খৰকৈ ক'বলৈ লয় ) শান্তা, তুমি ৰামুক বিয়া কৰাই পেলোৱা। তুমি ইয়াতে সুখেৰে থাকিব পাৰিবা। ( শান্তাই নিজক আৰু সংযত কৰি ৰাখিব নোৱাৰি ভিতৰলৈ দৌৰ মাৰে ) শান্তা! ( প্ৰভাকৰ যেনে আছে তেনেদৰেই থিয় হৈ ৰয়। কি কৰা উচিত যেন একো ভাবি নাপায়। দ্ৰাক্ষায়ণী অম্মাই পুতেকক তেনেকৈ স্তব্ধ হৈ থিয় দি থকা অৱস্থাতে সোমাই আহে )

**দ্ৰাক্ষায়ণী :** তাইৰ মতিগতি ভাল নহয় যেন লাগিছে। তই তেনেকৈ কোৱাৰ পিছতো তাই কেনেকৈ গুম মাৰি ৰৈ থাকিল নেদেখিলিনে? ( প্ৰভাকৰ যেন আকৌ এটা নতুন চিন্তাত ডুব যাবলৈ ধৰে ) বোপাই, মই জীয়াই থকালৈকে তাইৰ সেই অভিলাষ মই পূৰণ হ'বলৈ দিব নোৱাৰোঁ। যদিহে তই তাইৰ কপট চকুপানীত ভোল গৈ তাইৰ কথামতে চল, তেন্তে মই কৈ দিছো, কাণ খুলি শুনিল, তাৰ আগেয়েই মোৰ মৰাশহে দেখা পাবি।

**প্ৰভাকৰণ :** মা!

**দ্ৰাক্ষায়ণী :** ময়ো তাইক ভাল ধৰণে বুজাইছো। তয়ো তাইক সেয়া ভালদৰেই সকলো কৈছ। আন কোনোবা হোৱা হ'লে তাই তেনেকৈ দৌৰ মাৰি শুচি যাওঁতেই চুলি কোচাত ধৰি আনি ককাল পোনাব নোৱাৰাকৈ গোৰ সোধালেহেঁতেন!

( দূৰৰ পৰা ৰেলগাড়ীৰ হুইচেল ওচৰ চাপি অহা শুনা যায়। গাড়ীখন ওচৰলৈ আহি থাকে! চামু নায়াৰ সোমাই আহে )

**চামু :** আবেদন নিবেদন জনোৱা হ'লনে?

**দ্ৰাক্ষায়ণী :** বৰ একেবাৰে ঠাট্টা কৰিবলৈ নাহিবচোন! হ'ল, জনোৱা হ'ল। পিছে মহাৰাণীৰ উত্তৰহে একো পোৱা নহ'ল।

**চামু :** প্ৰভাকৰ, পিছে তই এতিয়া কি কৰিবি? ( ব্যঙ্গ সুৰত ) আমাৰ ইমান ডাঙৰ কুল—বংশমৰ্যাদা, এৰা সেইবোৰ তললৈ নিয়াবিনে!

( গাড়ী ওচৰ চাপি আহে )

**দ্ৰাক্ষায়ণী :** তুমি এনেকৈ উপহাস কৰি আছা কিয়? তোমাৰ কথাবতৰা শুনি এনে লাগিছে ; ইমান ডাঙৰ ঘটনাটো—তোমাৰ যেন একো গাতেই লগা নাই।

**চামু :** গাত লাগিবলৈ, এইবোৰৰ লগত কোনো সম্বন্ধই নাই।

( ৰেলগাড়ী আৰু ওচৰ চাপি অহাৰ শব্দ। দ্ৰাক্ষায়ণীয়ে বাহিৰৰ ফালে চায় )

দ্ৰাক্ষায়ণী : আজি গাড়ীখন দেৰীকৈ আহিছে, নহয়নে ?

চামু : আজিকালি সকলো গাড়ীয়েই দেৰীকৈ আহে। এই দেশত কোনটো কামনো সময় মতে হয়।

( দ্ৰাক্ষায়ণীয়ে বাহিৰৰ পিনে মনোযোগেৰে চায়। সন্দেহ আৰু উৎকণ্ঠাৰে হঠাৎ চিঞৰি উঠে )

দ্ৰাক্ষায়ণী : প্ৰভাকৰ।

( প্ৰভাকৰণেও বাহিৰলৈ চাই শিঁহৰি উঠে )

প্ৰভাকৰণ : তাই এনে কাম কৰিব, ফাঁকি দি যাব—

( প্ৰভাকৰ দৌৰি বাহিৰলৈ ওলাই যায়। পিছে পিছে দ্ৰাক্ষায়ণীও দৌৰি যায়। চামু নায়াৰ খিড়িকীৰ ওচৰলৈ আগবাঢ়ে। তেওঁ উৎকণ্ঠাৰে ডাঙৰকৈ চকু মেলি বাহিৰলৈ চায়। খিৰিকীৰে ৰেলগাড়ীৰ পোহৰ আহি ভিতৰত বিয়পি পৰে। সেই পোহৰ চামু নায়াৰৰ গাত আৰু মুখত পৰে। বাহিৰত সংঘটিত ঘটনাৰ দাপোন যেন সেইখন মুখ। গাড়ীৰ শব্দ ধীৰে ধীৰে কমি আহে। চামু নায়াৰে দীৰ্ঘ নিশ্বাস এৰি দূৰলৈ চাই চাই চিন্তাকুল ভাবে থিয় দি থাকে। এবাৰ বাহিৰৰ দুৱাৰৰ ফালে চায়। অলপ পিছতে বাহিৰৰ দুৱাৰেদি শান্তাৰ হাতত ধৰি প্ৰভাকৰ সোমাই আহে। পিছে পিছে দ্ৰাক্ষায়ণীও আহে। খঙত তেওঁৰ মুখখন ৰঙা হৈ উঠে। শান্তাক ভিতৰৰ পিনে গতিয়াই দি প্ৰভাকৰণে তাইলৈ একেৰাহে চাই থাকে। শান্তা নিশ্চল, নিজৰ সিদ্ধান্তত দৃঢ় হৈ আছে )

দ্ৰাক্ষায়ণী : ( খঙেৰে ) হেৰ' তই ৰেলৰ আগত মৰ পাতিবলৈ গৈছিলি নহয়।

চামু : নাই নাই, তাই গাড়ীত উঠি বহিবলৈ গৈছিল। তাইক কিয় মিছামিছি ধৰি আনিলা। তাই য'লৈ যাব খুজিছিল, যাবলৈ নিদিলা কিয় ?

দ্ৰাক্ষায়ণী : এই বংশৰ মান মৰ্যাদা কাঢ়ি লৈ এনেদৰে তাইক মই যাবলৈ নিদিওঁ ( শান্তাক ) হেৰ' মোৰ লৰাই তোক ভাল পায়। সি তোক কিমান ভালকৈ কথাবোৰ ক'লে। তথাপি তই তাৰ অপমান কৰিবলৈ আগবাঢ়িছ। অকৃতজ্ঞ, নিলাজ

চামু : তাইক অকৃতজ্ঞ নিলাজ আদি কোৱাতকৈ নিজৰ লৰাকো সেইবুলিয়েই ক'ব পাৰিনেকি।

দ্ৰাক্ষায়ণী : আপুনি পাগল হৈছে। আপুনি মনে মনে থকাই ভাল। হে হৰি! ভাগ্যে মই দেখা পালোঁ। নহলে কাইলৈ ইয়াত কেনেকৈ মুখ দেখুৱালোহঁতেন।

**প্ৰভাকৰণ :** ( খঙেৰে শান্তাৰ ওচৰলৈ গৈ তাইৰ গালত এটা চৰ মাৰে ) হেৰ' তই মৰিবলৈ ওলাইছ। কথা বুজাই ক'লে নামানে ?

**চামু :** প্ৰভাকৰ, তই এইবাৰলৈ তাইক ৰক্ষা কৰিলি। পিছে এই আলিয়েদি আগলৈ ৰেলগাড়ী যে সদায় আহি থাকিব।

( প্ৰভাকৰে অৰ্থপূৰ্ণ ভাবে দেউতাকৰ পিনে একেৰাহে অলপ সময় চাই থাকি হঠাৎ ভিতৰলৈ সোমাই যায় )

**দ্ৰাক্ষায়ণী :** তাইক ঘৰৰ ভিতৰত বান্ধি থ'ম। গাড়ী গৈ থাকিলে কি হ'ব ! মোৰ লৰাৰ মান মৰ্য্যাদা মই ৰক্ষা কৰিব লাগিব। তাই মৰিব খুজিলেই মৰিব পাৰিবনে ?

**চামু :** তেন্তে তাইক জীয়াই থাকিবলৈ দিয়া—

**দ্ৰাক্ষায়ণী :** তাইকনো কোনে মাৰিব খুজিছে ?

**চামু :** তেন্তে তাইনো মৰিবলৈ যায় কিয় ?

**দ্ৰাক্ষায়ণী :** তাৰ উত্তৰ মইহে এতিয়া দিব লাগিব ? আপোনাৰ লগত মই কথা পতাই ভুল। আপোনাৰ বাবেই এই ঘৰত সকলোবোৰ গন্দগোল।

( চামু নায়াৰে পাতল হাঁহি এটা মাৰে )

**চামু :** এৰা, এতিয়া সকলো গোলমাল মোৰ কাৰণেইহে হৈছে ! তেন্তে দ্ৰাক্ষায়ণীময়েহে লেঠা লগালোঁ। প্ৰভাকৰক আমি তেন্তে অকাৰণতে দোষী কৰিছো।

**দ্ৰাক্ষায়ণী :** ওঁ, আপুনিয়েই এই সকলোবোৰৰ বাবে দায়ী। আপুনিয়েহে তাইক সকলো কথাতে উচটাই থাকে। গাভৰু চাকৰণীক সদায় এটা সীমাৰ ভিতৰত ৰাখিব লাগিব। সিহঁতক হোৱাই নোহোৱাই মূৰৰ ওপৰত উঠিবলৈ দিব নালাগে।

**চামু :** পিছে সেইবোৰ মই কৰিছোনে, তোমাৰ লৰাইহে কৰিছে ?

**দ্ৰাক্ষায়ণী :** ( গহীন ভাবে শান্তাক উদ্দেশ্য কৰি ) শুন এতিয়া কাৰোবাক দোষ দি একো লাভ নাই। হোৱাটো হৈ গ'ল। এতিয়া ভাবি কি লাভ ! প্ৰভাকৰণৰো দুখৰ অন্ত নাই। কিন্তু সিনো বাৰু তোক কেনেকৈ বিয়া কৰায়। তাৰ মান সন্মানৰো কথা এটা আছে। সি তাৰ মান মৰ্যাদা লৈ থাকক, তই জানো সেইটো নিবিচাৰ ? তোৰ প্ৰয়োজনতে সি তাৰ মান সন্মান অটুত ৰখা আৱশ্যক। ৰামুও বৰ ভাল মানুহ। তহঁত দুয়ো বিয়া কৰাই আমাৰ ইয়াতে থাক। তহঁত দুয়োকে ৰখাটো আমাৰ কৰ্ত্তব্য। কাৰণ তোৰ গৰ্ভত প্ৰভাকৰণৰ তেজ আছে।

**চামু :** বাৰু দ্ৰাক্ষায়ণী, এটা প্ৰশ্ন কৰোঁ। এই সন্তানটোৱে কাক 'দেউতা' বুলি মাতিব।

**দ্ৰাক্ষায়ণী :** মই কিবা এটা ক'লেই আপুনি মাজতে মাত দিবহি। কাক 'দেউতা' বুলি মাতিব সেইটো নো কি ভাবিব লগা কথা। ৰামুকে দেউতা বুলি মাতিব।

**চামু :** সন্তানটোৱে কিয় মিছা মাতিব ? আমিও সদায় সেই মিছা কথাটোকে মানি থাকিব লাগিব।

**দ্ৰাক্ষায়ণী :** এনেকুৱা মিছা কথা কিমানে ক'বলগীয়া হয়। জীয়াই থকাৰ প্ৰয়োজনত মিছা কথা মানি লব'ই লগা হয়।

**চামু :** কিন্তু মই মিছা নকওঁ

**দ্ৰাক্ষায়ণী :** আপুনি মোৰ খং তুলি নল'ব।

**চামু :** সঁচা ক'লে যদি কাৰোবাৰ খং উঠে মই ভয় নকৰোঁ। ( শান্তাক ) আই, তই তেনেকৈ ওলাই গৈ বৰ ভুল কৰিছ। তই এনে কৰিবি বুলি মই কাহানিও ভবা নাছিলো।

**দ্ৰাক্ষায়ণী :** এতিয়ালৈকে তাই আপুনি ভবা মতে কি কাম কৰিছেনেঁ। ?

**চামু :** অৱশ্যে তায়ো কেতিয়াও ভবা নাছিল এনে হ'ব। দ্ৰাক্ষায়ণী, অলপ ভিতৰলৈ যোৱাচোন, প্ৰভাকৰৰ দেখোঁন একো সাৰ সুৰ নাই। চোৱাচোন, কি কৰিছে।

**দ্ৰাক্ষায়ণী :** আপোনাক কথা কৈ একো লাভ নাই। আপোনাৰ কাৰণেই চাৰিওপিনৰ মানুহে আমাক সন্দেহ কৰিবলৈ পাইছে। ৰামুক মানুহে সোধা মেলা কৰিছে। সি যেনিবা ভাগ্যে একো কোৱা নাই। ৰাতি দুই-তিনিটা মানুহে লৰাধপৰা কৰি কাৰোবাক ধৰা দেখা পাইছে। তাৰ পিছত আৰু 'একো হোৱা নাই' বুলি ক'লে কি লাভ আছে।

**চামু :** একো হোৱা নাই বোলাৰ এনে অৰ্থও হয় যে কিবা এটা কথা জৰুৰ আছে, সেইটো আনক কোৱা নাযায়—

**দ্ৰাক্ষায়ণী :** আপোনাক কোনেও অৰ্থ সোধা নাই।

**চামু :** আচল কথা নজনাৰ বাবেই 'একো হোৱা নাই' বুলি কৈ দিলে সি। হুঁম, বাৰু তুমি এতিয়া প্ৰভাকৰক চাই আহাগৈচোন যোৱা। ( দ্ৰাক্ষায়ণী সোমাই যায় ) আই শান্তা, মই উপায় এটা ঠিক কৰি আহিছিলোঁ। মই ভাবিছিলোঁ, তই সিহঁত সকলোকে তোৰ ফান্দত পেলাইছ। কিন্তু কোনো অৱস্থাতে তই যেন সেইদৰে নাভাব। জীৱন বৰ বহুমূলীয়া আই।

**শান্তা :** মই মই কি কৰিব লাগে দেউতা ? মই জানেঁ। এইদৰে জীয়াই থাকিব পাৰিম!

**চামু :** এইদৰে জীয়াই থকাত তোৰ কি অসুবিধা ?

**শান্তা :** মোৰ নিজৰ বিষয়ে মই ভবা নাই। মই ভুল কৰিলোঁ। মই আন সকলোৰে দৰে আশা কৰাটো ভুল হ'ল। মোৰ প্ৰেমৰ অধিকাৰ নাই।

**চাম্মু :** আই, তই ভাবি ল তোৰ মাৰ-বাপেৰ মৰা নাই। এতিয়াও জীৱিত হৈ আছে। এইখন ঘৰৰ দৰে তয়ো এখন ধনী মানুহৰ ঘৰৰ ছোৱালী হোৱা হ'লে, প্ৰভাকৰৰ মাক আৰু মোমায়েকে কাইলৈকে তোক বিয়া কৰোৱাত সন্মতি দিলেহেঁতেন। দ্ৰাক্ষায়ণীয়ে চিঠি দি প্ৰভাকৰৰ মোমায়েকক ইয়ালৈ মতালে। মই আপত্তি নকৰিলো, ক'লো, যি কৰিব খুজিছা কৰা। যিহ'ব লগীয়া আছে, হ'বই। তেওঁলোকেও তাৰ অৰ্থ বুজি নাপালে।

**শান্তা :** দেউতা, আপুনি মোক যিহকে কৰিবলৈ কয় মই তাকে কৰিম। মই সহ্য কৰিব নোৱাৰিলেও আপুনি ক'লে মানি ল'ম। আপুনি কোৱাৰ দৰে এই আলিয়েদি ৰেলগাড়ী সদায় গৈ থাকিব। নহলে হয়তো……

**চাম্মু :** মই কি কৈছো, শুন—

(শান্তাৰ ওচৰলৈ গৈ অঙ্গীভঙ্গী কৰি কানৰ ওচৰত সৰুসৰুকৈ কিবা ৰহস্যময় কথা বুজায়)

**শান্তা :** তাৰ পৰা কি লাভ হ'ব দেউতা? তাতকৈ এই জঞ্জালবোৰ শেষ কৰিবলৈ মই নিজে মৰি যোৱাই ভাল হ'ব।

**চাম্মু :** গোলমালবোৰ শেষ নহয় যদি বাৰু তই মৰিবিগৈ। কিন্তু এতিয়া তই মোৰ কথা শুন।

**দ্ৰাক্ষায়ণী :** (সোমাই আহি) তাই কৰো কথা শুনাৰ দৰকাৰ নাই। মোৰ লৰাক ফান্দত পেলাবলৈ তাই বুদ্ধি পাঙিছে। কিন্তু প্ৰভাকৰ জীয়াই থকালৈকে সি সেই জালত নপৰে। আপোনাক কি লাগে? এইক প্ৰভাকৰৰ লগত বিয়া দিব খুজিছেনেকি?

**চাম্মু :** মই জানোঁ তেনেকথা ভাবিব পাৰোঁ। তুমি মোক নতুন জ্ঞান দিলা! এই নগৰত মোৰ লৰা এজন বিখ্যাত ব্যক্তি। তাৰ মানসন্মানৰ কথা আছে! মই তেনে কথাত কেতিয়াও সন্মতি নিদিওঁ।

**দ্ৰাক্ষায়ণী :** কিন্তু আপোনাৰ মতিগতি মই বৰ ভাল দেখা নাই।

**চাম্মু :** তুমি ভাল দেখিবলৈ তুমি যি কোৱা ময়ো তাকে মানি লব লাগিব নহয় জানো? বাৰু প্ৰভাকৰণে কি কৰিছে?

**দ্ৰাক্ষায়ণী :** কি কৰিব আৰু। এইজনীয়ে তাক বলীয়া কৰিলে। সি এতিয়া একো

নাথাকো, নোশোৱেও। এনেকৈ সি আৰু কিমান দিন জীয়াই থাকিব! এইজনী অজীন পাতক—। এই আমাৰ বংশ শেষ কৰিবলৈকে এই ঘৰত ভৰি দিছিলহি!

চাম্নু : দ্রাক্ষায়ণী, তোমাৰ মুখৰ দাপোনখন বৰ উজ্জ্বল হৈ উঠিছে!

দ্রাক্ষায়ণী : তেনেকৈ ঠাট্টা কৰি নাথাকিবচোন। মোৰ দোষ বিচাৰি থকাই আপোনাৰ কাম। প্ৰভাকৰৰ কথা সুধিছে? সি ক'ৰবালৈ গুচি যাবলৈ ওলাইছে।

চাম্নু : শান্তাকো লগত লৈ যাবনেকি? সেইটো হ'লেতো বৰ ভাল কথা।

দ্রাক্ষায়ণী : বৰ ভাল হ'ব নহয়? ঠিক কৈছে! মোক অদৰকাৰী কথাবোৰ শুনাই নাথাকিব দেই। আৰু এইজনী—(শান্তালৈ চাই) এই আটাইবোৰ গণ্ডগোল লগাই এতিয়া মনেমনে তলমূৰ কৰি আছে!

চাম্নু : চোৱা, মইতো ঠিক মতে থিয় হ'ব নোৱাৰা হৈছোৱেই। তোমালোকো আটায়ে মোৰ লগত তলমূৰ কৰি থিয় হোৱা। তেতিয়াই সকলো জঞ্জাল আঁতৰি যাব।

(প্ৰভাকৰণে যেন এক অতি দৃঢ় মনোভাব লৈ সোমাই আহে। তাৰ চকুয়েদি যেন জুইৰ ফিৰিঙতি ওলাব খুজিছে। দৃষ্টিত ঘৃণা আৰু বিদ্বেষেৰে ভৰা।)

দ্রাক্ষায়ণী : শান্তা তই ভাবিছ; তোৰ কথা সকলোৱে বিশ্বাস কৰিব! মোৰ কথা শুনা, মানুহ নাই বুলি ভাবিছনেকি? ৰামুৰ লগত তোৰ একো সম্বন্ধ নাই বুলি ক'ব পাৰিবি? আৰু তেনে সম্বন্ধ যে তোৰ আনৰ লগতো নাই তাৰ কি প্ৰমাণ আছে?

(শান্তাই গহীন হৈ দ্রাক্ষায়ণীৰ পিনে চায়)

দ্রাক্ষায়ণী : মোৰ কবলগীয়াখিনি মই ক'ম। তই শুনিব লাগিব।

চাম্নু : সেইবুলি তুমি মিছা কথাবোৰ ক'বানে?

দ্রাক্ষায়ণী : মিছা বুলি কি প্ৰমাণ আছে?

প্ৰভাকৰণ : (দৃঢ় স্বৰে) মা, তুমি ভিতৰলৈ যোৱা। দেউতাও ভিতৰলৈ যাওক।

চাম্নু : তাইৰ লগত আৰু তোৰ কি কাম?

প্ৰভাকৰণ : তাইৰ লগত কাম এতিয়া মোৰেইহে হ'ব পাৰে।

চাম্নু : মাত্ৰ তাইক যি কৰি ভাবিচিন্তি ক'বি।

দ্রাক্ষায়ণী : তইনো এতিয়া আকৌ তাইক কি ক'বলগীয়া আছে?

প্ৰভাকৰণ : মোৰ ক'বলগীয়া আছে মা, মই তোমালোকক ইয়াৰ পৰা অলপ আঁতৰি যাবলৈ কৈছো নহয়।

(চাম্নু নায়াৰে পাতল হাঁহি এটা মাৰি সোমাই যায়)

**দ্রাক্ষায়ণী :** শান্তা, প্রভাকৰে যি কয় মন দি শুনিবি। তোৰ মঙ্গলৰ কাৰণেহে সি চিন্তা কৰিছে।

(দ্রাক্ষায়ণী অলপ সন্দেহেৰে ওলাই যায় আৰু দুৱাৰৰ কাষত থিয় দি থাকে)

**প্রভাকৰণ :** শান্তা, মই তোক আৰু একো ক'বলৈ নিবিচাৰো। তই মোক পগলা নকৰিবি। মোৰ লগত তোৰ বিয়া নহয়, তই সেইটো সপোনতো নাভাবিবি।

**শান্তা :** কিন্তু মোৰ কাৰণে, আপুনিয়েই মোৰ স্বামী—

**প্রভাকৰণ :** মই তোক এতিয়াও বিয়া কৰোৱা নাই।

**শান্তা :** মই আজি গৰ্ভৱতী। আৰু এই সন্তানৰ পিতৃ আপুনি।

**প্রভাকৰণ :** তাৰ অৰ্থ এইটো নহয় যে মই তোৰ স্বামী হ'ব লাগিব।

**শান্তা :** মোৰ সন্তানৰ পিতৃয়েই মোৰ স্বামী।

**প্রভাকৰণ :** তোৰ সেইবোৰ যুক্তি মই শুনিবলৈ নিবিচাৰো।

**শান্তা :** যুক্তিৰ কথা নহয়, এইটো মোৰ জীৱনৰ কথা।

**প্রভাকৰণ :** ময়ো তোৰ জীৱনৰ কথা চিন্তা কৰিয়েই কৈছো। তই ভালদৰে জীয়াই থাক। ৰামুৰ লগত তোৰ বিয়া হৈ যাওক।

**শান্তা :** তেন্তে আপোনাৰ সন্তানে ৰামুক 'দেউতা' বুলি মাতিব লাগিব নহয় ?

**প্রভাকৰণ :** শান্তা !

**শান্তা :** আপোনাৰ সন্তানৰ লালন-পালন মই তেনেকৈ নকৰোঁ।

**প্রভাকৰণ :** কেনেকৈ কৰিবি বুলি ভাবিছ ?

**শান্তা :** (দৃঢ় কণ্ঠে) তাক আপোনাৰ পুত্ৰ বুলিয়েই জনাই তুলিম। (প্রভাকৰৰ দৃষ্টিত ক্ৰুদ্ধভাব) মোৰ বাবে তাত লাজৰ কথা একো নাই। মোৰ সন্তানৰ দেউতাক মই যেতিয়া জানো কোন, সেই বিষয়ে আনক খোলাখুলিকৈ কোৱাত মোৰ লাজ নাই, মই কৈ দিম।

**প্রভাকৰণ :** (দাঁত কৰচি) কৈ দিবি ? মোক অপমান কৰিবলৈ ?

**শান্তা :** নহয়, সেই সন্তান আপোনাৰ সেইবাবে।

**প্রভাকৰণ :** শান্তা !

**শান্তা :** মোৰ আজি এই গতি হৈছে। মই আৰু কালৈকো ভয় নকৰোঁ।

**প্রভাকৰণ :** তেন্তে ৰামুৰ সৈতে বিয়া হোৱাত তই মান্তি নহৱ ?

**শান্তা :** নহওঁ।

**প্রভাকৰণ :** কিয়— ?

**শান্তা :** মোৰ এজন পতি আছে। আকৌ কেনেকৈ বিয়া হয় ?

**প্ৰভাকৰণ :** মোৰ ধৈৰ্য্যৰ সীমা চেৰাই গৈছে, শান্তা।

**শান্তা :** তাতে মোৰ কি হ'ল ?

**প্ৰভাকৰণ :** তোৰ ইচ্ছানুযায়ী তোক মই জীয়াই থাকিবলৈ নিদিওঁ।

**শান্তা :** তাৰ মানে মোক নিয়মমতে সন্তান প্ৰসৱ কৰিবলৈ নিদিব নহয় ?

**প্ৰভাকৰণ :** নিদিওঁ।

**শান্তা :** আৰু কেনেকৈ নিয়মমতে প্ৰসৱ হ'লে তাক ডাঙৰ দীঘল কৰিবলৈ মোক নিদিয়ে নহয় ?

**প্ৰভাকৰণ :** নিদিওঁ। মই তোক আকৌ কৈছো, গৰ্ভ নষ্ট কৰি পেলা। মোৰ অলপতে বিয়া হ'ব। মই মানসন্মানেৰে সুস্থভাৱে জীয়াই থাকিবলৈ বিচাৰো। এয়েই মোৰ শেষ কথা।

**শান্তা :** (প্ৰভাকৰণলৈ অত্যন্ত ঘৃণাৰ দৃষ্টিৰে একেৰাহে কিছু সময় চাই থাকি) আপুনি মোক মৰিবলৈ এৰি নিদিয়ে কিয়—

**প্ৰভাকৰণ :** তই মৰিলে মোৰ কলঙ্ক আঁতৰি নাযায়, বৰঞ্চ কলঙ্ক শতগুণে বাঢ়িবহে। তোক মৰিবলৈ দিব নোৱাৰি।

**শান্তা :** মোৰ সন্তানক যদি মই মোৰ কৰি ৰাখিব নোৱাৰো তেন্তে জানিব মই মৰিয়েই যাম।

**প্ৰভাকৰণ :** তই সন্তান লৈ জীয়াই থাকিব খুজিছ যদি সেই সন্তানৰ পিতৃ মই বুলি ক'ব নোৱাৰ।

**শান্তা :** মই ক'ব লাগিব। কাৰণ মোৰ সন্তানৰ এজন পিতৃ আছে। এজন অজ্ঞান পিতৃৰ সন্তান মানে বেশ্যাৰ সন্তান। সি সেইদৰে বেশ্যাৰ সন্তান হৈ জীয়াই থাকিব নোৱাৰে। (প্ৰভাকৰণৰ হাতখন যেন কিবা এটা কৰিবলৈ অস্থিৰ হৈ পৰে। সি হাত দুখন মোহাৰে। দাঁত কৰচে। সি কি কৰিব বুজি নোপোৱা হয়।) ডাউন গাড়ীখন অলপ পাছতে আহিব। তাৰ চকাৰ তলত মোৰ সকলো দুখ-কষ্টৰ অন্ত পেলালেই সমস্যাৰ নিস্পত্তি হয়।

**প্ৰভাকৰণ :** (ক্ৰোধত বলীয়াৰ দৰে হৈ) মই তোক মৰিবলৈ নিদিওঁ (ভীষণ উত্তেজিত ভাবে শান্তাৰ ওচৰলৈ গৈ) তোক মই জীয়াই থাকিবলৈও নিদিওঁ (এক ভয়ঙ্কৰ দৃষ্টিৰে শান্তাৰ চকুলৈ চাই থাকি)—তই…তই…

**শান্তা :** মৰিবলৈ মোক কাৰো সহায় নালাগে।

(প্ৰভাকৰণে বলীয়াৰ দৰে তাইৰ ডিঙিত ধৰি জোকাৰে। দ্ৰাক্ষায়ণী বেগাই ওলাই আহে।)

দ্ৰাক্ষায়ণী : প্ৰভাকৰণ, তই কি কৰিব খুজিছ ?

প্ৰভাকৰণ : ( দ্ৰাক্ষায়ণীলৈ মন নকৰি ) মৰিবৰ বাবে তোক কাৰো সহায় নালাগে ! হোঁহ্‌ ( ডিঙিত জোৰে চেপি ধৰি জোকাৰি দিয়ে ) কাৰো সহায় নালাগে—! নালাগে…( ডিঙিত ভীষণ জোৰে চেপি ধৰে আৰু জোকাৰে ) নালাগে ! নালাগে ! সহায় নালাগে !

( দ্ৰাক্ষায়ণীয়ে প্ৰভাকৰৰ হাতখন টানি এৰুৱাবলৈ চেষ্টা কৰে। "প্ৰভাকৰ !" বুলি দ্ৰাক্ষায়ণীয়ে চিঞৰ মাৰি দিয়ে। প্ৰভাকৰৰ হাত দুখন লাহে লাহে শিথিল হৈ আহে। শান্তা যেন অচেতন—যেন মৃত—এনে ভাবত মাটিত বাগৰি পৰে। প্ৰভাকৰে একো বুজিব নোৱাৰি—কিংকৰ্ত্তব্যবিমূঢ় অৱস্থাত থিয় হৈ ৰয়। দ্ৰাক্ষায়ণীয়ে শান্তাৰ নাড়ী পৰীক্ষা কৰে। তেওঁ যেন নাড়ীৰ স্পন্দন বিচাৰি নাপায়। )

দ্ৰাক্ষায়ণী : ( উদ্বেগ আৰু ভীতিপূৰ্ণ মাতেৰে ) প্ৰভাকৰ !!

( প্ৰভাকৰে যেন লাহে লাহে চেতনা ঘূৰাই পায়। বাহিৰৰ চিঞৰ শুনি চামু নায়াৰ ওলাই আহে। সচকিত ভাবে গোটেই দৃশ্যটো নিৰীক্ষণ কৰে। সকলোৰে মুখলৈ চায় আৰু একো প্ৰশ্ন নকৰাকৈয়ে জানিবলৈ চেষ্টা কৰে। )

দ্ৰাক্ষায়ণী : ( প্ৰভাকৰৰ কাষলৈ গৈ দুখ কৰি ) প্ৰভাকৰ, এয়া তই কি কৰিলি ? ( প্ৰভাকৰ যেন আৰু সচকিত হয় ) তই সঁচাই পগলা হৈ গলি। হে ঈশ্বৰ, এই বংশত এইবোৰ ঘটনা ঘটিছে !

চামু : ( গহীন হৈ ) ছোৱালীজনীক তোমালোকে নিজে মৰিবলৈ নিদিলা কিয় ?

( দ্ৰাক্ষায়ণীয়ে আকৌ এবাৰ শান্তাৰ ওচৰলৈ গৈ তাইৰ নাকৰ ওচৰত আঙুলি থৈ শ্বাস প্ৰশ্বাস পৰীক্ষা কৰি চায়। তাৰ পিছত প্ৰভাকৰণৰ ওচৰলৈ যায়। ভীত ভাবে তাৰ মুখলৈ চাই থাকে।

চামু নায়াৰে যেন ভৰিৰ বিষ সহ্য কৰিব নোৱাৰি চোফা এখনত বহি পৰে। শান্তাৰ ফালে একেৰাহে চাই থাকে। দ্ৰাক্ষায়ণীয়েও চাৰিওপিনে চাই কি কৰা উচিত হ'ব চিন্তা কৰে। প্ৰভাকৰণ নীৰৱ হৈ থিয়দি থাকে। তেনেতে আপ গাড়ীখনৰ হুইচেল শুনা যায়। ষ্টেচনৰ পৰা গাড়ী এৰাৰ শব্দ। দ্ৰাক্ষায়ণীয়ে সেই শব্দৰ পিনে মনোযোগ দিয়া দেখা যায়। )

দ্ৰাক্ষায়ণী : ( হঠাৎ এটা উপায় যেন ভাবি পায় ) প্ৰভাকৰ—তই বেগাই এটা কাম কৰ। এই মৰাশটো তুলি নি ৰেলৰ চিৰিৰ ওপৰত থৈ আহগৈ। অলপ আগেয়ে মানুহে নিশ্চয় তাইক সেইপিনে দৌৰি যোৱা দেখিছিল। ৰেলৰ আগত পৰি

আত্মহত্যা কৰিলে বুলি মানুহে ভাবিব। ৰামু আহি পোৱাৰ আগতেই কামটো কৰ। এই বিপদৰ পৰা ৰক্ষা পাবলৈ মই আৰু আন উপায় দেখা নাই। (প্ৰভাকৰণক নিৰ্ব্বিকাৰ হৈ থিয় দি থকা দেখি তাৰ গাত জোকাৰি কয়, শব্দ স্পষ্ট শুনা যায়) হেৰ', এতিয়া চিন্তা কৰি থাকিলে নচলে। বেগাই মৰাশটো নি ৰেলৰ চিৰিত পেলাই থৈ আহগৈ। তাই আত্মহত্যা কৰা বুলি ভাবিব, মানুহে। নহলে, পুলিচ আহিলে···(প্ৰভাকৰণৰ গাত ধৰি টানে। ৰেল গাড়ীৰ শব্দ বাঢ়ি আহে। চামু নায়াৰ থিয় হয়। কি কৰা উচিত, তেওঁও যেন ভাবি পোৱা নাই।) বেগাই বেগাই কামটো কৰ! (প্ৰভাকৰণে যন্ত্ৰৱৎ দ্ৰাক্ষায়ণীৰ আদেশ পালন কৰিবলৈ সাজু হয়। শান্তাক কোলাকৰি তুলি লৈ থিয় হয়। যেন আগবাঢ়িবলৈ শক্তি পোৱা নাই। ৰেলখন ওচৰ আহি পোৱাৰ শব্দ শুনা যায়। দ্ৰাক্ষায়ণীয়ে প্ৰভাকৰণক আগলৈ ঠেলি দিয়ে।) বোপাই, গাড়ী ওচৰ পালেহিয়েই আৰু পলম কৰিলে···

(প্ৰভাকৰণে শান্তাৰ দেহাটো কোলাত লৈ একেদৰে থিয় হৈ থাকে। চামু নায়াৰে একেদৰে ঘটনাকে নিৰীক্ষণ কৰি থাকে। গাড়ী আৰু ওচৰ চাপি আহে। প্ৰভাকৰণৰ হাতত হঠাৎ শান্তাৰ মূৰটো আৰু হাত এখন অলপ লৰি উঠে। প্ৰভাকৰণে অতি তীক্ষ্ণ দৃষ্টিৰে শান্তাৰ গাটোলৈ লক্ষ্য কৰে। দ্ৰাক্ষায়ণী আৰু চামু নায়াৰেও কিবা এটা পৰিবৰ্ত্তন যেন দেখি সচকিত হৈ পৰে। মুখত ভাব প্ৰশ্ন—"জীয়াই আছেনেকি?" প্ৰভাকৰণে শান্তাক চোফাত শুৱাই দিয়ে। চোফাৰ পিছফালে চামু নায়াৰ আৰু মূৰৰ ফালে দ্ৰাক্ষায়ণীও আহি থিয় দিয়ে। ঠিক সেই সময়তে ৰেলগাড়ীখন পাৰ হৈ যায়। গাড়ীৰ শব্দ ক্ৰমে আঁতৰি যায়। কাৰো মুখত মাত নাই। শান্তাই লাহে লাহে বৰ কষ্টেৰে উশাহ লবলৈ চেষ্টা কৰে। গাড়ীৰ শব্দ অতি ক্ষীণ ভাবে শুনা যায়। প্ৰভাকৰণে চোফাৰ কাষত মূৰটো থৈ বহি পৰে। অলপ সময় তেনেদৰে থাকি এবাৰ মূৰ ডাঙি মাক দেউতাকৰ মুখৰ ফালে চায়। তাৰ পিছত সি শান্তাৰ ফালে চায়। লাহে লাহে তাৰ সোঁ হাতখনৰে শান্তাৰ হাত এখনত ধৰে। চামু নায়াৰ প্ৰভাকৰণ আৰু শান্তাৰ ওচৰলৈ আহে। এটা সন্তোষ আৰু আনন্দৰ ভাবেৰে প্ৰভাকৰণৰ পিঠিত হাত ফুৰায়।

## পাত্ৰ

পহৰাদাৰ

বুঢ়া

বুঢ়ী

গায়কৰ দল

স্থান : সাগৰৰ পাৰ। এক বিস্তিৰ্ণ বালিময় অঞ্চল। জনাঞ্চলৰ পৰা বালি-অঞ্চললৈ নামি যোৱা এটা অংশত এখন পুৰণি দলং। তাৰ ওচৰতে পুৰণি নগৰ পালিকাৰ লেম্প পোষ্ট। সাগৰৰ পিনৰ পৰা পহৰাদাৰ বুঢ়া প্ৰবেশ কৰে। গাঠলু দেহ। চেহেৰাত বয়স বুজিব নোৱাৰি। তেওঁ আহি লেম্প পোষ্টৰ ওচৰত ৰয়হি। হাতত থকা পুৰণি মামৰে ধৰা লেম্পটো জ্বলায়। তাৰ পিছত একাষৰ এটা শিলত ভেঁজা দি থিয় হৈ স্বগত ভাবে দৰ্শকলৈ চাই কয়।

**পহৰাদাৰ :** ( সাগৰৰ ফালে ইঙ্গিত কৰি ) অগাধ নীল চিৰক্ষুব্ধ সমুদ্ৰ। ( সমুখলৈ চাৰিওপিনে চাই পঠিয়াই ) শূণ্য সৈকত অঞ্চল। অনুজ্জল হৈ অহা সৌ সূৰ্য্য। সমুদ্ৰৰ লহৰৰ ওপৰত পহৰাদাৰ ( গনি ) এক, দুই, তিনি, চাৰি……এইবোৰ শিলৰ মূৰ্ত্তি ( আকৌ সাগৰৰ পিনে দেখুৱাই ) শেষ হ'ল, শেষ হ'ল মোৰ এই কৰ্ম্মস্থল……কাৰ বাবে মই এই বন্তি জ্বলাইছো। গৰ্জ্জন কৰি থকা এই ঢৌবোৰৰ বাবে ? ( সাগৰৰ হুঙ্কাৰ শুনা যায় ) কাৰ বাবে ? কাৰ বাবে ? তথাপি প্ৰতিদিনেই সন্ধিয়া এই শিলৰ ওপৰত বন্তি জ্বলাব লাগে। হেঁ। জ্বলাব লাগে। কালি আজি কাইলৈ প্ৰতিদিনেই।……হুঁ, দলঙৰ ওপৰত উঠি ভালকৈ বহি লয়। ফটা পুৰণি চোলাৰ জেপৰ পৰা এটা চিগাৰ উলিয়াই লয়। কাষৰ লেম্পটোত চিগাৰটো জ্বলাই লয়। তাৰ পৰা ওলোৱা ধোৱাঁলৈ চাই চাই নীৰৱে বহি থাকে।

তেনেতে বিভিন্ন ফালৰ পৰা কেজনমান মানুহ সোমাই আহে। তেওঁলোক বাতৰি কাকতৰ প্ৰতিনিধি। তেওঁলোকৰ হাতত আৱশ্যকীয় সামগ্ৰী যেনে কেমেৰা, পেড, টেপৰেকৰ্ডাৰ, ৰেকৰ্ডাৰৰ মাইক্ৰোস্কোপ ইত্যাদি। দুই-এজনৰ হাতত সূতাৰে বান্ধি ফুলাই লোৱা ৰঙবিৰঙৰ বেলুন। সাগৰৰ পাৰত লৰাছোৱালীয়ে খেলিবলৈ অনাৰ দৰে তেওঁলোকে সেই বেলুনবোৰ খেলি খেলি আহিছে। বিভিন্ন দিশৰ পৰা তেওঁলোক আহে। আনকি দুজনমান দৰ্শকৰ মাজৰ পৰা মঞ্চলৈ উঠি আহে। তেওঁলোকৰ হাতত কিছুমান নিমন্ত্ৰণী পত্ৰ। তেওঁলোক একেসময়ত ৰঙ্গমঞ্চত উপস্থিত হয়।

**প্ৰথম মানুহ :** ( হাতৰ নিমন্ত্ৰণ পত্ৰলৈ চাই ) ঠাই এইখনেই যেন লাগিছে। সাগৰৰ পাৰ বালি—

**দ্বিতীয় :** ( চিঠি চাই ) বিশাল বিস্তিৰ্ণ ভূভাগ

**তৃতীয় :** জীৱন দুখময় কৰি তোলা সমুদ্ৰ লহৰ।

**চতুৰ্থ :** ( একাষৰ শিলৰ মূৰ্ত্তিবোৰলৈ দেখুৱাই ) চোঁৱা, সৌৱা—সৌৱা কি ?

**সকলোৱে :** মূৰ্ত্তি মূৰ্ত্তি শিলৰ মূৰ্ত্তি ৰূপ

**পঞ্চম :** কোন তেওঁলোক

**সকলো :** কোন ? কোন ? নাজানা ?

**ষষ্ঠ :** মৰুভূমিৰ পৰা চিঞৰি মতাসকলৰ শব্দ এইবোৰ।

**সকলো :** ( ষষ্ঠ জনৰ চাৰিওপিনে, পুৰোহিতৰ সন্মুখত থকাৰ দৰে আঁঠু কাঢ়ি ) গুৰু, কওক, জ্ঞানোপদেশ দিয়ক

**ষষ্ঠ :** পানীত স্নান কৰি ঠিয় হৈ আছে তেওঁলোক

**প্ৰথম :** কোন তেওঁলোক ?

**দ্বিতীয় :** কোন তেওঁলোক ?

**ষষ্ঠ :** ( একেধৰণে ) তেওঁলোক ? কোন ? কোন তেওঁলোক ? শিলাসমূহ ? সাগৰৰ হুঙ্কাৰক শিথিল ৰোদনলৈ পৰিবৰ্ত্তন কৰি দিয়া শিল—ক'লা শিল।

**পহৰাদাৰ :** ( উচ্চ স্বৰে হাঁহি দৰ্শকক ) অজ্ঞানী লোকে অজ্ঞানীক বিদ্ৰুপ কৰে। যাৰ এটা ভৰি গোধা ৰোগগ্ৰস্ত সি হাঁহে দুই ভৰি গোধাক। গৰ্জ্জনমুখৰ সমুদ্ৰলৈ, অসীম সমুদ্ৰলৈ এই স্থল ভাগ বৈ গৈ গৈ সমুদ্ৰ পোত খালেহেঁতেন এই শিলা ৰাজি নথকাহ'লে। ইতিহাস ৰচনা কৰা এই অনশ্বৰ মূৰ্ত্তিসমূহ এই বালিৰাজিৰ সন্মুখত কিমান শক্তিশালী! কেবল শিল শিল শিল মাথোঁন। মূৰ্খৰ জগত।

( নুমাই যোৱা চিগাৰটো আকৌ জ্বলায় লয় )

**প্ৰথম :** ( অলপ আগুৱাই গৈ আকৌ ঘূৰি আহি ) হাঁ ই শিল নহয় মানৱ মূৰ্ত্তি।

**প্ৰথম :** যি ধৈৰ্য্য সহকাৰে
সমুদ্ৰত বান্ধ দিলে
শক্তিমন্ত তেওঁলোক জানেঁ৷ শিল ?

**চতুৰ্থ :** এইটো সঁচা কথা। মই শুনিছো।

**দ্বিতীয় :** তেন্তে ( কাৰ্ডখন আগুৱাই দি ) ইয়াৰ নেতা ? ইয়াত ? আজি ? ( মূৰ্ত্তিৰ ফালে ইঙ্গিত কৰি ) ইহঁতৰ সহোদৰ হবলৈ।

**তৃতীয় :** হয় হয়—কথা সেইটোৱেই।

**প্ৰথম :** ( মূৰ্ত্তিবোৰৰ ফালে চাই ) জীৱন ধাৰণ কৰি উঠা। হে মূৰ্ত্তি ৰাজি, তোমালোকৰ মাজত এক মানৱ ব্যক্তি অনুপ্ৰবেশ কৰিছে।

**পঞ্চম :** আজি ইয়াত এতিয়া—

**দ্বিতীয় :** যথেষ্ট নহয়, ইমানেই যথেষ্ট নহয়, গীত-গীত-গীত হওক।

**তৃতীয় :** টোপনিৰ পৰা জগাই তুলিবলৈ চাৰণ গীত—

**প্ৰথম :** ঢোল বজাবলৈ কোন আছে সংবাদদাতা ?

**সকলো :** গীত-গীত-গীত হওক।

( মূকাভিনয়। অভিনেতা কেজনে তিনিজনকৈ দল কৰি ৰঙ্গমঞ্চৰ দুয়ো মূৰলৈ আঁতৰি গৈ কোৰাচৰ দৰে টোপনিৰ পৰা জগোৱাৰ গীত গায়। পটভূমিত মাত্ৰ এটা ড্ৰামৰ ধ্বনি )

**গীতৰ কথাংশ :** টোপনিৰ পৰা জাগা, টোপনিৰ পৰা জাগা। উত্তম বস্তু দৰ্শনৰ বাবে জাগাহে টোপনিৰ পৰা। শোৱাৰ পৰা জাগিবলৈ আমি কৰিছো প্ৰাৰ্থনা। তৰঙ্গ ৰাজিৰ অগ্নিজিহ্বাক বাধা দিয়াহে মহান আত্মা যাত্ৰা। আমাৰ দেবতাবৃন্দক জগোৱা টোপনিৰ পৰা—টোপনিৰ পৰা জাগি উঠা হে, জাগি উঠা। আজি আহিছো আমি তোমাৰ কাষলৈ যুগৰ ৰক্ষক আমি, চাৰণ যশগান আজি গাই যাম আমি নকৰা হৰণ। টোপনিৰ পৰা জাগাহে, টোপনিৰ পৰা জাগা। হে দেব, কুশলে আহা, কুশলে বহা, মঙ্গলে আহি বহা। টোপনিৰ পৰা উঠাহে নাথ টোপনিৰ পৰা উঠা। উত্তম বস্তু দৰ্শনৰ বাবে উঠা হে জাগি উঠা—

( কোৰাচ গীত শেষ হোৱাৰ লগে লগে ৰঙ্গমঞ্চৰ দুয়ো মূৰে তিনিজন তিনিজন কৈ দল হৈ গৈ তেওঁলোক বহি পৰে। আটাই কেজন নিশ্চল ফ্ৰিজ হৈ পৰে। শিলৰ ওপৰত বহি থকা পহৰাদাৰো ফ্ৰিজ হৈ থাকে।

এফালৰ পৰা বুঢ়া বুঢ়ী সোমাই আহে। বুঢ়া এজন ব্যক্তিত্বপূৰ্ণ, গহীন পুৰুষ। এটা দীঘল কোট পিন্ধি আছে। কোটৰ বুকুত কেটামান পদক আৰি থোৱা আছে। হাতত এডাল লাঠি। প্ৰৌঢ়া গৰাকীও ব্যক্তিত্বসম্পন্না। মূৰৰ খোপাত আভিজাত্যসম্পন্ন ৰূপৰ অলঙ্কাৰ। দুয়ো হাঁহি ধেমালি কৰি বালিৰ ওপৰেদি হাতত ধৰাধৰিকৈ সৰু লৰাছোৱালীৰ দৰে দৌৰি আহে। আহি বালিৰ ওপৰত বহে। অৰ্থহীন আনন্দত দুয়ো প্ৰাণ খুলি হাঁহে )

**বুঢ়ী :** ( আনন্দেৰে ) আমি এইবাৰ শিলগুটি লৈ খেলিম।

**বুঢ়া :** নাই মোৰ আন কাম আছে।

**বুঢ়ী :** আমি সাগৰৰ পাৰত শিল খেলিবলৈ অহা নাই জানো ?

**বুঢ়া :** সেইটোনো কোনে ক'লে ?

**বুঢ়ী :** তেন্তে আন কি খেলা জানানো ?

**বুঢ়া :** আহ্ ৰ'বাচোন ( নিজৰ কোটৰ পদকবোৰলৈ আঙুলিয়াই ) তুমি জানো এইবোৰ দেখা নাই ?

বুঢ়ী : ভাল খেলাৰ বাবে পুৰস্কাৰ নহয় জানো ? ঠিক আছে, অলপ খেলাচোন ( প্ৰলোভিত কৰিব খোজাৰ দৰে ) মোৰ বাবে অকনমান নেখেলাজানে'। ? ( উত্তৰলৈ বাট নাচাই, বালিৰ এটা দ'ম সাজি তাৰ মাজত নাৰিকল পাতৰ ঠাৰি এডাল লুকাই ৰাখে। আৰু বালিৰ মাজত হাত চলাই চলাই গায় ) ইফালে নুখুচিবা, সিফালে নুখুচিবা, হাতী পালেহি পথাৰৰ আলি। শিলত নুখুচিবা, ক'লা শিলত নুখুচিবা……ওঁ চকু বন্ধ কৰা।

( বুঢ়াই চকু বন্ধ কৰে। বুঢ়ীয়ে আগৰ দৰে খেলৰ গীতটো গায় )

বুঢ়ী : ওঁ ওঁ চকু বন্ধ কৰা নাই—

বুঢ়া : এয়া চোৱা

( ভালকৈ চকু মুদি দেখুৱায় )

বুঢ়ী : কোনে নিলে ? কামে নিলে।
কামে নাচিলে চাকিও জ্বলিলে।

বুঢ়া : ভুল হ'ল ভুল হ'ল।

বুঢ়ী : চকু বন্ধ কৰা নাই

বুঢ়া : মই এতিয়াও চকু খোলা নাই। কেতিয়াও খোলা নাই পাৰ হৈ গ'ল কিমান যে বছৰ। কিন্তু……আজি……

বুঢ়ী : অ' পুৰণি কাহিনী খেলিবানে ?

বুঢ়া : বহুত খেলিলো, নহ'বনে ?

বুঢ়ী : কোনে কৈছে বহুত খেলিলো

বুঢ়া : ঠিক আছে, আৰম্ভ কৰা

বুঢ়ী : খেলত বেইমানী নকৰিবা

বুঢ়া : নাই কৰা

বুঢ়ী : তেন্তে কেনেকৈ দেখিলা ?

বুঢ়া : চকু বন্ধ কৰি

বুঢ়ী : চকু মেলিও যিটো নেদেখি, চকু বন্ধ কৰি কেনেকৈ দেখিবাহে ?

বুঢ়া : ননচেঞ্চ

বুঢ়ী : চল্লিশ বছৰ

বুঢ়া : তুমি এতিয়া নেখেলানেকি ?

বুঢ়ী : চকু বন্ধ কৰিলে ভুল শুদ্ধ কেনেকৈ জানিবা তুমি ?

বুঢ়া : কি হব ?

বুঢ়ী : খেলাৰ কথাই হৈ আছে। তুমি যে ভুল বুলি কৈছিলা ? কেনেকৈ দেখিলা ?

বুঢ়া : গীত ভুল হোৱা বুলিহে কৈছো

বুঢ়ী : তুমি ক'লেই হ'ল। ত্রিশ চল্লিশ বছৰ ধৰি গাই অহা গীতত ভুল ?

বুঢ়া : বাৰু বাৰু—তুমি চকু বন্ধ কৰা। এইবাৰ মোৰ পাল।

বুঢ়ী : তোমাৰ ভুল মানি ললেহে চকু বন্ধ কৰিম—

বুঢ়া : মই ? মই জিকিলোঁ……মেডেল দেখা নাই ? মই জনতাৰ নেতৃত্ব কৰিলোঁ। মই শাসন কৰিলোঁ আৰু হ'লো বিজয়ী।

বুঢ়ী : পিছে মই ইচ্ছা কৰি হাৰ মানি লোৱা বাবেহে।

বুঢ়া : বাৰু বাৰু। তৎক্ষণাৎ চকু বন্ধ কৰা, এক দুই তিনি শেষ কৰাৰ আগেয়েই মুদিবা

বুঢ়ী : ওঁ আৰম্ভ কৰিছো

( চকু মুদি দিয়ে )

বুঢ়া : ইফালে নুখুচিবা, সিফালে নুখুচিবা, হাতী পালেহি পথাৰৰ আলি, শিলত নুখুচিবা, ক'লা শিলত নোসোমাবা……

( হঠাৎ সাগৰৰ পাৰৰ মূৰ্ত্তিবোৰলৈ চকু যায় )

বুঢ়ী : পাহৰিলানেকি ?

বুঢ়া : আছে আছে, মনত আছে, এইমাত্র মনত পৰিছে।

বুঢ়ী : মিছা কথা। নহলে আধাগোৱাকৈ নেৰিলাহেঁতেন। ওঁ বাৰু আকৌ। আৰম্ভ কৰা

( চকু মুদি দিয়ে )

বুঢ়া : ইফালে নুখুচিবা সিফালে নুখুচিবা
হাতী পালেহি পথাৰৰ আলি

বুঢ়ী : ( চকু মেলি ) সেয়া শুনিলা সেইটো

বুঢ়া : কি ? ঢৌবিলাকৰ শব্দ ?

বুঢ়ী : নহয়, এখন কাৰৰ শব্দ

বুঢ়া : কাৰ ? কি কাৰণে ?

বুঢ়ী : যিখন গাড়ীয়ে আমাক ইয়ালৈ আনিছিল, সেইখন।

বুঢ়া : সেইখন আৰু এতিয়া ইয়ালৈ উভটি নাহে।

বুঢ়ী : ( সৰু লৰাছোৱালীৰ দৰে জেদ কৰি ) আহিব আহিব

বুঢ়া : নাহে বুলি কৈছো নহয়—

বুঢ়ী : আমি তেন্তে যাম কেনেকৈ ?

বুঢ়া : আমিনো যাম ক'লৈ ? মই কৈছিলোৱেই নহয়। মোলৈ চোৱা, তালৈ যাব লাগিব। সকলো ব্যৱস্থা হৈ গ'ল।

বুঢ়ী : সেইবোৰ সকলো মিছা কথা। মই ভাবিছিলো ( হঠাৎ অতি আবেগেৰে ) কিন্তু কাৰখন আহিব, আহিবই লাগিব।

বুঢ়া : কিয় ?

বুঢ়ী : আমি যাবগৈ লাগিব যে। উভটিব নালাগিব ?

বুঢ়া : কিয় উভটিব লাগিব ?

বুঢ়ী : আমাৰ লৰাছোৱালীহঁতে আমালৈ বাট চাই নাথাকিব ?

বুঢ়া : কিন্তু গাড়ীখন সিহঁতে আৰু নপঠায়

বুঢ়ী : নপঠাই যদি নালাগে। আমি দুজন আছোঁ,

বুঢ়া : মই……

বুঢ়ী : খেলাহে। আমি খেলিমহে

বুঢ়া : তুমি খেলা—

বুঢ়ী : অকলেই

বুঢ়া : ওঁ

বুঢ়ী : মোক ভয় খুৱাবলৈ কৈছা নহয় ? ঠিক আছে। খেলা না—শিলত নুখুচিবা, ক'লা শিলত নোসোমাবা, আমাৰ ল'ৰাছোৱালীহঁতে আমাক যদি নিদিয়ে, আমি আকৌ এবাৰ লৰাছোৱালী হৈ যাম। কি কোৱা ?……

বুঢ়া : আকৌ এবাৰ ? কিন্তু ইমানবোৰ বছৰ ?……অপৰাজেয় ভাবে যুদ্ধ কৰিলোঁ। হাজাৰ হাজাৰ মানৱৰ মন পৰিবৰ্ত্তন কৰি পেলালোঁ, নতুন বীৰৰ পূজাৰ বাবে নতুন পদ্ধতি, নতুন প্ৰবাহৰ সৃষ্টি কৰিলোঁ।

বুঢ়ী : মূৰৰ চুলিত ফণী নাই। গাৰ ধুতি লৈ গ'ল। কোনে লৈ গ'ল ? কামে লৈ গ'ল। খেলা, শিলত নুখুচিবা—ক'লা শিলত নোসোমাবা—আমি পালোহি মন্দিৰ।

বুঢ়া : ( হঠাৎ বহাৰ পৰা উঠি ) ওঁহো, প্ৰয়োজন নাই। তুমি মোক বিৰক্ত নকৰিবা। এইবোৰ সম্পূৰ্ণ বলিয়ালী। নিৰৰ্থক।

বুঢ়ী : এয়া নহয়, সেয়াহে নিৰৰ্থক। এয়া সত্য। এয়েই সুখ।

বুঢ়া : মই নেখেলোঁ—

বুঢ়ী : বেচেৰা।

বুঢ়া : তেন্তে মোৰ এই পদকবোৰ ?…এই…এই…

বুঢ়ী : হৈছে আক ! বেচেৰা !

বুঢ়া : মই যাব লাগিব, মোৰ লক্ষ্যত উপনীত হ'ব লাগিব—কাৰণ মই তেওঁলোকৰ মাজৰ এজন

বুঢ়ী : ঠিক আছে, যোৱা তুমি। মোৰ পৰা দূৰলৈ দূৰলৈ। এৰা, এই খেলত আৰু ক'লৈ যে যাব লাগিব !

বুঢ়া : মই লাভ কৰা, মই জয় কৰা—

বুঢ়ী : সেইবোৰ সকলো ইয়াতে পৰি আছে। যিবোৰ তুমি, তুমি পালা—যিবোৰ তুমি জয় কৰিলা সেই সকলোবোৰ !

( সমূখত দ'ম বান্ধি থকা বালিবোৰ দুই হাতেৰে আজলি পাতি দেখুৱায় )

বুঢ়া : ( খঙেৰে ) মই তোমাৰ কথা বিশ্বাস নকৰোঁ

( বালিৰ দ'মটো ভৰিৰে গুৰিয়াই দিয়ে। হঠাৎ কেটামান মোহৰ যেন তলৰ পৰা ওলাই পৰে। যেন শ শ বছৰীয়া পুৰণি মোহৰ )

বুঢ়া : ( একান্ত মনে চাই ) এয়া কি ? পুৰণি মোহৰ। শ শ বছৰীয়া পুৰণি মোহৰ··· অত্যন্ত পুৰণি যুগৰ মোহৰ। ইয়াৰ অৰ্থ কি ?

বুঢ়ী : সিহঁতেও এদিন খেলিছিল।

বুঢ়া : কি খেলিছিল ?

বুঢ়ী : শিলত নোসোমাবা···আমিয়েই প্ৰথম খেলা নাই। আৰু কিমানবা মানুহে খেলিছে। এয়া সেই সমুদ্ৰতটেই নহয় জানো। আহাঁ আহাঁ, আমি গলোঁ আহা—

বুঢ়া : ওঁহো, মই যাব লাগে—

বুঢ়ী : ক'লৈ যাব লাগে। সকলোবোৰ ঠাইলৈকে দেখোঁন গৈ আহিলাগৈয়ে। সকলো পান্থশালা দেখোঁন ঘূৰি আহিলাগৈয়ে। আকৌ এতিয়া···

বুঢ়া : আৰু ক'তো বাকী নাই জানো ?

বুঢ়ী : আছে যদি কোৱা।

বুঢ়া : আন্ধাৰ হৈ আহিছে, তাৰ আগেয়েই···

বুঢ়ী : ওঁহো, এতিয়া আৰু ক'লৈকো যাব নোৱাৰা। আন্ধাৰ আৰু গভীৰ হৈ পৰিব।

বুঢ়া : তুমি মোক বিৰক্ত কৰি আছা। মই···মই···

( ক্লান্ত ভাবে লাঠিৰ সহায়ত থিয় হয় )

বুঢ়ী : ( মাতৃসুলভ ভাবে ) বেচেৰা ! মোৰ সোনটো মোৰ বেচেৰাটো !—চাওঁ···

( বুঢ়াৰ ওচৰলৈ গৈ নিজৰ শৰীৰ আচলেৰে বুঢ়াৰ মূৰত বিচি দিয়াৰ দৰে কৰি নিচুকানি গীত এটা গুণগুণায় )

মোৰ পোনাটি শোৱঁা, মোৰ পোনাটি শোৱাহে শোৱা।

মোৰ পোনাটি শোৱাহে সোনটো মোৰ শোৱা—

**বুঢ়া :** ( হঠাৎ বুঢ়ীৰ হাতখন আঁতোৰ মাৰি আতৰাই ) নাই—নাই—মই যাবই লাগিব।

**বুঢ়ী :** গৈ শুবলৈ নহয়নে বাৰু ?

**বুঢ়া :** নহয়, সৌ মূৰ্ত্তিবোৰৰ ওচৰলৈ। সমুদ্ৰ-তটৰ সীমা ৰেখা পৰ্যন্ত। সেমেকা মাটিত সাপৰ ফনাৰ দৰে দংশন কৰিবলৈ অহা সাগৰৰ তৰঙ্গবোৰক বাধা দি থিয় হৈ থকা সৌ তেওঁলোকৰ ওচৰলৈ।

( তেনেতে ফ্ৰিজ হৈ থকা গায়ক-তথা সংবাদদাতাৰ দল দুটা সক্ৰিয় হৈ উঠে। প্ৰতি দলৰ মাজৰ জনে এযাৰ কথা লগাই দিয়ে, বাকীকেজনে পুনৰোক্তি কৰে। আৰু সেইদৰে কৰাৰ পাছত পুনৰ নিশ্চল হৈ পৰে। )

**এজন :** তোমালোকে কি চাবলৈ মৰুভূমিলৈ গৈছিলা ?

**আন দুজন :** বতাহত দুলি থকা নাওবোৰ চাবলৈ ? নহয়। কি চাবলৈ গৈছিলা ? ধুনীয়া কাপোৰ পিন্ধি থকা মানুহবোৰ ?

**আন এজন :** নহয়। কিয় গৈছিলা ? এজন পয়গম্বৰক চাবলৈ ? এৰা। পয়গম্বৰতকৈও অধিক মহান এজনক। এই কথা মই তোমালোকক সদায় কৈ আছো।

**আন দুজন :** আমাৰ দূতক তোমালোকৰ ওচৰলৈ আগতেই পঠাইছোঁ। তেওঁ তোমালোকৰ সমুখত তোমালোকৰ বাবে পথ নিৰ্ম্মান কৰিব।

( মানুহকেজন পুনৰ ফ্ৰিজ হৈ যায় )

**বুঢ়ী :** ( কিছুপৰ নীৰৱে থকাৰ পাছত ) তুমি যাবলৈ কিয় ইমান জেদ কৰি আছা ?

**বুঢ়া :** মোৰ লক্ষ্য।···মই সেইখিনি পাবগৈ লাগিব। মই তেওঁলোকৰ মাজৰ এজন হ'বই লাগিব।

**বুঢ়ী :** কিমানদূৰ যাব লাগিব ? আৰু এই কোমল মাটিত ভৰি সোমাই যায়।

**বুঢ়া :** কোমল মাটি ? কিন্তু এই বালিত মোৰ ভৰি সোমাই নৈ নাযায়। চোৱা, এই পদক চোৱা। মোৰ পিছফালে চোৱা

**বুঢ়ী :** অ' সেয়া শিলত সোমোৱাৰ খেলা !

**বুঢ়া :** নহয়, এইখন মই সৃষ্টি কৰা জগত

বুঢ়ী : সচাঁইনে বাৰু !

বুঢ়া : তোমাৰ বাৰু ঈৰ্ষা হৈছে নেকি ?

বুঢ়ী : এয়াই ভাল আছিল !

বুঢ়া : মই তেওঁলোকৰ মাজত তেওঁলোকৰে এজন হৈ পৰোঁ যদি

বুঢ়ী : মই বীৰাঙ্গণা গাভৰুইতৰ দৰে কপালত তিলক পিন্ধাই দিম। ডিঙিত মালা পিন্ধাই দিম। আৰতি কৰি ভগবানৰ ওচৰত প্ৰাৰ্থনা কৰিম।

বুঢ়া : তাৰ পাছত ?

বুঢ়ী : এই সৈকত শয্যাত তোমাৰ কাৰণে অপেক্ষা কৰি থাকিম।

বুঢ়া : কিন্তু ইয়াত যি সকল থিয় হৈ আছে তেওঁলোকৰ হৈ কোনে প্ৰাৰ্থনা কৰিব ? তেওঁলোকৰ পূজাৰী ক'ত ?

বুঢ়ী : হয়তো এই বালিৰ তলত দেখা পোৱা যাব। তেওঁলোক চাগৈ মাটিত সোমাই গ'ল।

বুঢ়া : গুদ্! বিদায় প্ৰিয়তমা !

বুঢ়ী : কিন্তু—

বুঢ়া : ছিঃ—আকৌ

বুঢ়ী : এৰা—সচাঁই—

বুঢ়া : সেইটো তুমি—দেখিবলৈ নাপাবা জানেঁা ?

বুঢ়ী : তুমি নো কি কৰিলা ?

বুঢ়া : মই ? ষাঠী বছৰ ! সুদীৰ্ঘ ষাঠী বছৰ ! সেৱাত ব্ৰতী হৈ থকা বছৰবোৰ ; অনেক ঘটনাৰে ভৰা বছৰ…মই…মই…

( পহৰাদাৰে খিলখিলাই হাঁহি দিয়ে )

বুঢ়ী : তোমাৰ কথা শুনি কোনোবা এজন মানুহে খিলখিলাই হাঁহিছে।

বুঢ়া : যাহ্, সেয়া বতাহ।

বুঢ়ী : আমি ইয়াত বহি "ইফালে-নোসোমাবা" খেলাটো খেলি থকাই ঠিক আছিল।

বুঢ়া : কেতিয়ালৈকে থাকিবা ?

বুঢ়ী : আমি সন্তুষ্টি লাভ কৰালৈকে।

বুঢ়া : এতিয়া সন্তুষ্টি লাভ কৰা নাই নেকি ? ইমান বছৰ ধৰি খেলাৰ পাছতো ?

বুঢ়ী : যিমানেই বেছি খেলো সিমানেই মন গৈ থাকে। আৰু যিমানেই মন বাঢ়ি যায় সিমানেই খেলি থাকোঁ।

**বুঢ়া :** ওঁহো। মই অলপ অন্য চেষ্টা কৰিবলৈ ওলাইছো। মই বিজয় লাভ কৰিবলৈ ওলাইছো।

**বুঢ়ী :** ঠিক কৰি পেলাইছানেকি ?

**বুঢ়া :** সৌপিনে চোঁৱা। কি দেখিছা ?

**বুঢ়ী :** নাই, একোৱেই নাই। একোৱেই দেখা পোৱা নাই। কেটামান মাত্ৰ মূৰ্ত্তি।

**বুঢ়া :** কিন্তু মই দেখা পাইছো। এটা ঘূৰণীয়া পৰ্ব্বত।—কপিলাবস্তু—বিশাল মৰুভূমি…গধূলিবোৰ…সূৰ্যোদয়…চাবুকৰ কোব · হাতত শিকলি…হাতৰ সেই শিকলি চিঙি পেলোৱা…বিপ্লব…সমূদ্ৰলহৰ…সৌ শিলৰ মূৰ্ত্তিবোৰত খুন্দা খাই চূৰ্ণ-বিচূৰ্ণ হৈ যায় সেই তৰঙ্গ ৰাশি। মই তেওঁলোকৰ মাজৰ এজন হ'ব লাগিব।

**বুঢ়ী :** ইয়াতে থাকা। তুমি মহত্ব কি চোৱা। নষ্ট হ'বলৈ মোৰ একোৱেই নাই। মোৰ দুহাত হাত কেৰেয়াৰ বাহিৰে। লোৱা এয়া ৰাখি থোৱাঁ। ( নিজৰ লাঠিদাল বালিত পুতি থিয় কৰি থয়। কোটটো খুলি তাত ওলোমাই থয় ) ইয়ে তোমাক পোহপাল দিব। ই তোমাৰ সঙ্গী হৈ পৰক। তোমাৰ পথ নিৰ্ম্মান কৰক। বাই—বাই—। লাল চেলাম—( বালিৰ নিম্ন ভাগলৈ যাবলৈ উদ্যত হয় )।

**পহৰাদাৰ :** (চিঞৰি) নাযাবা, সেইপিনে নাযাবা। ( বুঢ়া বৈ যায়। ঘূৰি বুঢ়ীৰ ফালে চাই মিচিকিয়াই হাঁহে। বুঢ়ীয়ে হাত লৰাই বিদায় দিয়ে। ) যাৰ হৃদয় দুৰ্ব্বল, যাৰ হাতত বিশ্বাসৰূপী দণ্ড নাই, দিগন্ত চিৰাচিৰ কৰিব পৰা দৃষ্টি যাৰ নাই, সিহঁত কোনেও নুশুনে, কাণ নিদিয়ে। মোৰ সাবধানবাণী বধিৰৰ কাণত পৰা গান। হুঁম্।

( গায়ক দল আকৌ সক্ৰিয় হৈ উঠে। আটায়ে কোৰাচৰ দৰে গীত গায় )

এটা কথা আছে শুনা বীৰ
নকৰিবা ক্ষয় আমাৰ কীৰ্ত্তিৰ
আখৰাৰ কাম কম নকৰিবা
আখৰাবো আছে মান মৰ্যাদা
দেশৰ শোৰ্য নকৰিবা ক্ষয়
য'লৈকে যোৱা কৰা লাভ জয়
সমুখত হয় যদি ভীৰ
উন্নত হৈ ৰব শিৰ
সকলো আড়ম্বৰ কৰি

হাঁহি মাতি যোৱা তুমি
ভালকৈ কৰিম আমি, পিণ্ডদান আদি—
যোৱা বীৰ উন্নত ৰাখি শিৰ
য'তেই যোৱা জয় কৰি আহা
আকাশ বন্তি হৈ জিলিকি থাকা—

( তেওঁলোকে সন্মুখত বান্ধি যোৱা বেলুনবোৰ ফুটি যায়। সাগৰত এটা প্ৰকাণ্ড ঢৌ উঠি পাৰত খুন্দা খোৱাৰ শব্দ। পহৰাদাৰে যেন সেইবোৰ একো নুশুনে )

**বুঢ়া :** ( চিঞৰি ) শুনিছানে বাৰু ? ( ভালকৈ চাই ) তাত দেখোঁন নাই…গুচি গ'লনেকি ? হাঁয় হাঁয়—। সাগৰৰ ছবি তেওঁৰ মুখত ! এই মূৰ্ত্তিসমূহৰ কোনেও তেওঁক বাধা নিদিলেনেকি ?—হাঁ—"ইফালে-খেলি-থকা"—খেলি থকা হ'লেই ভাল আছিল ! এতিয়া কি কৰা যায় ? হোঁ—গুচিয়েই গ'ল। ( পুতি থোৱা লাঠিদাল আৰু কোটটো ডাঙি লয়। ) এয়া চল্লিশ বছৰৰ পাছত এয়া,—এই ভগ্নাৱশেষ…এয়েই। ( দলিয়াই পেলাব খোজে ) নাই—। মই এইকেটা ভালকৈ ৰাখি থ'ম। কেৱল এয়াইহে আছে।…মোক…মোৰ সমস্ত ক্ষমতা এটুকুৰা কাপোৰ…এডাল শুকান লাঠিয়েই…( লেম্প পোষ্টৰ ওচৰলৈ যায়। ইতিমধ্যে গায়ক দলে মুখত বিশেষ আবৰণ পিন্ধি লয়। তেওঁলোক দৌৰি গৈ বুঢ়ীক চাৰিওপিনে আগুৰি ধৰে। লগে লগে প্ৰশ্ন কৰিবলৈ ধৰে। তেওঁলোকৰ চালচলন কৃত্ৰিম আৰু ষ্টাইলাইজড্ পদ্ধতিত কৰা হয়। )

**দল :** ক'ত ? নেতা ক'ত ? তেওঁ অমৰ লৈ গ'লনেকি ? কোৰাঁ, কত আছে তেওঁ।

( বুঢ়ীয়ে চাৰিওপিনে থিয় হৈ থকা মানুহবোৰলৈ বিমূঢ়ভাবে চাই থাকে। ফ্লাশ বাল্ব্ জ্বলে। পহৰাদাৰে সকলোবোৰ চাই চাই দলঙৰ ওপৰত চাই থাকে। )

**বুঢ়ী :** চোঁৰা—ইমানেই—ইমানেই—সেইবোৰ, ( সাগৰৰ ফালে দেখুৱায় )

( পহৰাদাৰে জাপ মাৰি নামি লাঠি দাল দাঙি দলিয়াই পেলায়। কোটটো টানি আজুৰি ফালি পেলায়। পদকবোৰ আজুৰি বালিত দলিয়াই পেলায় )

**বুঢ়ী :** হাঁয় হাঁয়—সেয়া-সেইবোৰ…

**পহৰাদাৰ :** এইবোৰ লৈ যাওক—

**দল :** ( পহৰাদাৰক ঘেৰি লৈ ) তই কোন অ' ? চোৰ—অধম !

**পহৰাদাৰ :** ঐ দূৰত থাক, শুকান শামুকৰ দল—দূৰত থাক—

**বুঢ়ী :** দিয়া—দিয়া। সেইবোৰ মোক দিয়া। .

**পহৰাদাৰ :** এইবোৰ লৈ যাবা নেকি ? এইবোৰৰ পৰা কিবা নতুন ধৰ্মৰ সৃষ্টি হ'ব নেকি ? ভিৰ'দ—দিহিলি ৰ'দ নাই হ'ব নোৱাৰে। ( দলগুত ভেঁজা দি থিয় হৈ ৰয় )

( দলটোৱে এইবোৰ পহৰাদাৰলৈ পিঠি দি বুঢ়ীক চাৰিওপিনৰ পৰা আগুৰি ধৰে, তেওঁলোক আটাইবোৰ একেলগে হুলস্থুল কৰিবলৈ ধৰে। পেং নৃত্যৰ দৰে নাচিবলৈ ধৰে। )

**বুঢ়ী :** মই তেতিয়াই কৈছিলোঁ। এই খেল খেলি···

**দল :** এয়া কেনেকৈ হ'ল। কোৱাঁ। তেওঁ গুচি যোৱাৰ কাৰণ কি ? কোৱা—কোৱা—কোৱা—

**বুঢ়ী :** মই তেতিয়াই কৈছিলোঁ—

**দল :** তুমি আহ্বান কৰোতেহে আমি আহিছোঁ। এতিয়া কোৱা—কোৱা—কোৱা—

**বুঢ়ী :** মই কেনেকৈ জানিম ?

**দল :** হ'ব নোৱাৰে, হ'ব নোৱাৰে, হ'ব নোৱাৰে।

**বুঢ়ী :** "ইফালে নোসোমাবা"—সেই খেলটোৰ বাহিৰে আমিনো কি খেল খেলিছিলোঁ ? সেই কাৰণেই কৈছিলোঁ—নাযাবা—নাযাবা—। তেনেকৈ কোৱা স্বত্তেও···

**দল :** আমাৰ প্ৰয়োজন এজন বীৰৰ,—এজন যুগ নায়কৰ। দিবা জানোঁ—দিবা জানোঁ—দিবা জানোঁ—

**বুঢ়ী :** মোক এৰি দিয়া, মোৰ বাবে ইমানেই যথেষ্ট। এতিয়া আৰু লগত খেলিবলৈনো কোন আছে ?

**দল :** সেইটো নহ'ব—নহ'ব—নহ'ব।

**বুঢ়ী :** তেন্তে মই এতিয়া কি কৰিম ?

**দল :** তুমি জগতক কোৱা এই কাহিনী, আমাৰ মাধ্যমেদি. কোৱা—কোৱা—কোৱা—

( দলৰ এজনে এখন জাল লৈ বুঢ়ীক জালৰ মাজত বন্দী কৰে। ফ্ল্যাশ বাল্ব্ পুনৰ জ্বলি উঠে, নুমাই যায়। )

**বুঢ়ী :** ( খঙেৰে ) মোক এৰি দে। এৰি দে মোক—

( দলটোৱে চাৰিওপিনে আনন্দত নাচি নাচি—"নাই—,দয়া কৰি তুমি কোৱা—কোৱা—"এই বুলি চিঞৰি থাকে। হুলস্থুল হয়। বুঢ়ীয়ে ওচৰত

পাই সিহঁতৰ মুখাবৰণ আজুৰি ফালি পালায়। দেখা যায়, সিহঁত অন্ধ। সিহঁতে খেপিয়াই খেপিয়াই ঘূৰিবলৈ ধৰে।)

দল : হাঁয় হাঁয় আমাৰ চকু আমাৰ দৃষ্টি শক্তি!

বুঢ়ী : (ফটা মুখাবৰণ হাতত লৈ) হেঁ?—হেঁ?

দল : দাইনী—দে—দে—আমাৰ চকু ঘূৰাই দে।

বুঢ়ী : হেঁ? মই কেৱল মুখাবৰণ হে ফালি আনিছোঁ।

দল : আমাৰ চকু সেয়েই। আমাৰ নিজৰ আৰু অন্য চকু নাই। আমাৰ দেখাৰ সৌভাগ্য ঘূৰাই দিয়া—ঘূৰাই দিয়া—দি দিয়া—

(দলটোৱে আক্ৰমণ কৰিবলৈ সাজু হয়। বুঢ়ী জালেৰে সৈতে সাগৰৰ পাৰত লুকাব পৰা এডোখৰ ঠাইত ৰয়গৈ। পিছে পিছে চকু ঘূৰাই দিবলৈ কাকুতি মিনতি কৰি দলটোও গৈ থাকে।

মঞ্চত অকল পহৰাদাৰ থাকে। তেওঁ লেম্প পোষ্টটোৰ লেম্পৰ পোহৰ কম কৰি দিয়ে। হুলস্থূল ক্ৰমে আঁতৰি যায়। তেওঁ দলটো যোৱাৰ পিনে চায়। মঞ্চত মাত্ৰ লেম্পৰ ক্ষীণ পোহৰ। পহৰাদাৰে এটা ক্ষীণ হাঁহি মাৰি কয়।)

পহৰাদাৰ : অন্ধই অন্ধক পথ দেখুৱায়। শূন্যতাৰ মাৰ্গত হৈ থকা খেল। নিয়ন্ত্ৰণহীন অন্ধৰ নাটক। (মূৰ্ত্তিবোৰৰ ফালে চাই) সাগৰৰ জোৱাৰক বাধা দিবলৈ পূজাৰীহঁতে স্থাপন কৰিছে শিলাস্তম্ভ। সম্ভৱামি যুগে যুগে…। সেয়েই তাৰ ফল। সমুদ্ৰ আগবাঢ়ি আহি আছে। বালিৰ কণাবোৰ বাগৰি বাগৰি গৈ আছে। অপাৰ আৰু বিস্তৃত নীল সমুদ্ৰ! বালিৰ কণাক সাগৰৰ সহস্ৰ হাতে সামৰি লৈ আছে। কেৰ্কেটুৱাৰ পোৱালীবোৰে সেঁতুবন্ধ নিৰ্মাণ কৰাৰ দৰে সেই বিস্মৃতিৰ প্ৰতীক বেচেৰা মূৰ্ত্তিবোৰ! স্তম্ভৰ দৰে থিয় হৈ আছে। (যি ফালৰ পৰা প্ৰথমে আহিছিল সেইপিনে হাঁহি হাঁহি গৈ থাকে) কোটি কোটি বালিকণাৰ মাজত বাস কৰাৰ বাসনা! তোমালোকক নমস্কাৰ। পৃথিৱী আৰু সমুদ্ৰৰ মাজত চিৰপ্ৰহৰী হৈ থকা নিৰ্বিকাৰ মূৰ্ত্তিসমূহ! তোমালোককো প্ৰণাম। (ওপৰলৈ চাই) তৰঙ্গ আৰু প্ৰদীপৰ পোহৰেৰে কথা কোৱা হে মহাগুৰু,—কোটি নমস্কাৰ!…

(পহৰাদাৰ গৈ গৈ অদৃশ্য হৈ যায়। ৰঙ্গমঞ্চ নিৰ্জন হৈ পৰে। ক্ষীণ পোহৰ। এক নিয়মিত তালত সমুদ্ৰ লহৰৰ শব্দ শুনা যায়।)

## পাত্ৰ

পুৰুষোত্তমন

শ্ৰীদেৱী

পুৰুষ

লগৰীয়া

আদিম মানৱ

এটা ঘৰৰ চকুতলগা বহল বাৰান্দা। ৰঙ্গমঞ্চৰ উত্তৰমূৰত বেৰত লগাই আগ-ফাললৈ আগবঢ়াই থোৱা এখন খাট। খাটত তুলি-দলিচা পৰা আছে। তাতে শ্ৰীদেৱী ওপৰলৈ মুখ কৰি পৰি আছে। মূৰ দৰ্শকৰ পিনে। শ্ৰীদেৱী এগৰাকী সুন্দৰী স্বাস্থ্যৱতী যুৱতী। হাতত এখন ডাঙৰ মেলা কিতাপ। ৰং বিৰঙৰ চিত্ৰ সম্বলিত "প্ৰিহিষ্টৰিক মেন" নামৰ এখন গ্ৰন্থ। শ্ৰীদেৱীয়ে অতি মনোযোগেৰে কিতাপ পঢ়ি আছে। ভিতৰৰ শোৱনি কোঠাত ৰুগ্নস্বাস্থ্য পুৰুষোত্তমন শুই আছে। পুৰুষোত্তমন শ্ৰীদেৱীৰ স্বামী। পেটৰ ৰোগৰ পৰা আৰম্ভ কৰি হাঁপানি ৰোগলৈকে অনেক ৰোগৰ আক্ৰমণত পীড়িত দুৰ্ভগীয়া লোক তেওঁ। তেওঁ ভিতৰৰ পৰা চিঞৰি মাতে :

**পুৰুষোত্তমন :** শ্ৰীদেৱী।

**শ্ৰীদেৱী :** কি ?

**পুৰুষোত্তমন :** নোশোৱানেকি ?

**শ্ৰীদেৱী :** মই শুই আছো।

**পুৰুষোত্তমন :** এই জাৰত।

**শ্ৰীদেৱী :** ইয়াত জাৰ নাই।

**পুৰুষোত্তমন :** জাৰ নাই! মই কোঠাৰ ভিতৰতে ইমানকৈ কঁপি আছো!

**শ্ৰীদেৱী :** তোমাৰ বেমাৰৰ কাৰণে জাৰ লাগিছে, মোৰ জাৰ নালাগে।

**পুৰুষোত্তমন :** অ'হ্। ( নীৰৱতা। তাৰ পিছত ) শ্ৰীদেৱী—

**শ্ৰীদেৱী :** কি ?

**পুৰুষোত্তমন :** শোৱঁহি আহা—

**শ্ৰীদেৱী :** মই ইয়াতে শুই আছো।

**পুৰুষোত্তমন :** তাত নুশুবা, ভিতৰলৈ আহা।

**শ্ৰীদেৱী :** মোৰ টোপনি নাহে।

**পুৰুষোত্তমন :** লাইট নুমাই দি ইয়াত শুই থাকাহি, টোপনি আহিব।

**শ্ৰীদেৱী :** তুমি শুই থাকা। মোৰ যেতিয়া ভালকৈ টোপনি আহিব মই গৈ শুমগৈ।

**পুৰুষোত্তমন :** অ'হ্।

( নীৰৱতা। শ্ৰীদেৱী অলপ কাটি হৈ হাতত ভেঁজা দি তললৈ পেটকৰি শোৱে। কিতাপ পঢ়াত অধিক মনোযোগ দিয়ে। দৰ্শকে এতিয়া শ্ৰীদেৱীৰ

মুখখন ভালকৈ দেখা পায়। এবাৰ তেওঁ কিতাপৰ পৰা চকু ডাঙি প্ৰেক্ষাগৃহৰ ফালে মনোযোগেৰে চায়। ভিতৰৰ পৰা পুৰুযোত্তমনে পুনৰ মাতে )

**পুৰুষোত্তমন :** শ্ৰীদেৱী—

**শ্ৰীদেৱী :** কি— ?

**পুৰুষোত্তমন :** কিমান বাজিল ?

**শ্ৰীদেৱী :** দহ বাজিল হ'ব পায়—

**পুৰুষোত্তমন :** দহ বাজি গ'ল !

**শ্ৰীদেৱী :** যিমানেই নাবাজক লাগে টোপনি আহিলেহে !

( শ্ৰীদেৱীৰ মুখত বিৰক্তিৰ ভাব )

**পুৰুষোত্তমন :** শোৱাঁহি আহাঁ—টোপনি আহিব।

**শ্ৰীদেৱী :** ( বিৰক্ত হৈ ) নাহে। তাতকৈ এতিয়া শুলে মোৰ একেবাৰেই টোপনি নাহে।

**পুৰুষোত্তমন :** তেন্তে মই তালৈকে যাওঁ নেকি ?

**শ্ৰীদেৱী :** নাহিবা। আকৌ বিষ আৰম্ভ হ'ব। কাপোৰ লৈ শুই থাকা।

**পুৰুষোত্তমন :** মোৰো টোপনি নধৰে—

( নীৰৱতা। পুৰুষোত্তম দুৱাৰ পাৰ হৈ আহে। শ্ৰীদেৱীয়ে মুখ ঘূৰাই দেখা পায়। পুৰুষোত্তমৰ গাত কামিজ, ধুতি, চুয়েটাৰ আৰু মাফ্‌লাৰ )

**শ্ৰীদেৱী :** সন্ধিয়া ঘিঁউ খাই দিলা—সেই কাৰণে টোপনি অহা নাই। বাচ বিচাৰ কৰি চলিব লাগে। শুই থাকাগৈ যোৱা। অন্ততঃ তিনিমাহলৈকে খোৱাত বাচি চলিব লাগিব।

**পুৰুষোত্তমন :** হুঁম্! ( আগবাঢ়ি গৈ শ্ৰীদেৱীৰ খাটৰ কাষত থকা টুলত বহে। ) মোৰ বাবেহে সকলোবোৰ আছে। মোৰ বাবে ঠাণ্ডা আছে, দৰৱ ঠাণ্ডা আছে, খোৱাৰ বাচ-বিচাৰ আছে, আৰু টোপনি নধৰিলেও বিচনাত পেলাই থৈ শুৱাই থোৱাৰ ব্যৱস্থা আছে।

**শ্ৰীদেৱী :** তোমাৰ পেটৰ অসুখ আছে, বাত আছে আৰু হাপানী আছে। তথাপি···

**পুৰুষোত্তমন :** তথাপি ?

**শ্ৰীদেৱী :** নাই, একো নহয়। মূঠতে দেহাটো লৰচৰ কৰি ফুৰিব নালাগে। শুই থাকিব লাগে।

**পুৰুষোত্তমন :** তোমাৰ ঠাণ্ডা নাই, একো বেমাৰ আজাৰ নাই, খোৱাৰ বাচ-বিচাৰ নাই, দৰবো খাব নালাগে। তথাপি—

**শ্ৰীদেৱী :** তথাপি ?

**পুৰুষোত্তমন :** তথাপি কিয় নোশোৱা ? (শ্ৰীদেৱী নিৰুত্তৰ) হেঁা—নোশোৱা কিয় ?

(শ্ৰীদেৱী ঘূৰি কাটি হৈ শোৱে। অলপ পিছত)

**পুৰুষোত্তমন :** শ্ৰীদেৱী—

**শ্ৰীদেৱী :** কি ?

**পুৰুষোত্তমন :** তুমি কিতাপ পঢ়িয়েই থাকিবানেকি ?

**শ্ৰীদেৱী :** কিতাপ পঢ়া নাই, ছবি চাই আছো।

**পুৰুষোত্তমন :** সেইটো আকৌ কি ?

**শ্ৰীদেৱী :** বুজা নাইনেকি ? নে ঠাট্টা কৰিছা ?

**পুৰুষোত্তমন :** নাই নাই—(কিতাপখন চাই) অ' ইংৰাজী কিতাপ। তথাপি বুজি পাবা চাগৈ !

**শ্ৰীদেৱী :** এৰা, ইংৰাজী ভালকৈ বুজি পোৱাৰ আগেয়েই তুমি মোক বিয়া কৰাই লৈ আহিলা।

**পুৰুষোত্তমন :** তুমি অনুতাপ কৰিছা ?

**শ্ৰীদেৱী :** মই অনুতাপ কৰি শেষ কৰিলোঁ।

**পুৰুষোত্তমন :** কি কিতাপনো এইখন ? (ভালকৈ চাই) অ' এইখন, প্ৰিহিষ্টৰিক মেন—আদিম মানৱ।

**শ্ৰীদেৱী :** (কিতাপখনৰ সৈতে ঘূৰি আগৰ দৰে পেট পেলাই শুই, উত্তেজিত ভাবে) এয়া চোৱা, দেখিছা ? দেখিছা। কি লিখিছে এয়া ?

**পুৰুষোত্তমন :** পিটিকানট্ৰপাচ ইৰেক্টাচ্।

**শ্ৰীদেৱী :** মানে ?

**পুৰুষোত্তমন :** পোন হৈ, থিয় দি, খোজ কাঢ়িব পৰা প্ৰাচীন মানৱ। ই প্ৰায় পাঁচ লাখ বছৰ আগেয়ে জাভাত বাস কৰা অৰ্দ্ধ মানৱ গোষ্ঠিৰ প্ৰাণী।

**শ্ৰীদেৱী :** হেঁা, তাৰ শৰীৰটো দেখিছানে ? বুকু কিমান বহল। হাতভৰিবোৰ দেখিছানে ? তাৰ ডিঙিটো দেখিছানে ?

**পুৰুষোত্তমন :** সেই ডিঙিৰ ওপৰৰ মূৰটো দেখিছানে ? সেইটো বান্দৰৰ দৰে। তাৰ মস্তিষ্ক আমাৰ মস্তিষ্কৰ আধাহে মাত্ৰ।

**শ্ৰীদেৱী :** কিন্তু স্বাস্থ্য আমাৰ দহগুণ হ'ব। তাৰ অন্য সকলো অভাৱ স্বাস্থ্যটোৱেই পূৰ্ণ কৰিছিল।

**পুৰুষোত্তমন :** কিন্তু সি এটা পশু—

**শ্ৰীদেৱী :** সেই পশুৰ পৰাই আমি বিবৰ্ত্তিত হৈছো।

**পুৰুষোত্তমন :** হুঁম্—

( শ্ৰীদেৱীয়ে কিতাপৰ আৰু এটা পৃষ্ঠা লুটিয়ায়, আৰু আগতকৈও বেছি উত্তেজিত ভাবে উঠি বহে )

**শ্ৰীদেৱী :** এয়া দেখিছা, এয়া ? পুৰুষ, স্ত্ৰী আৰু সিহঁতৰ সন্তান। ইহঁত কোন ?

**পুৰুষোত্তমন :** হ'মনিয়ান ডৰতাল নামৰ এবিধ মানৱশ্ৰেণী। ইউৰোপৰ বাসিন্দা আছিল।

**শ্ৰীদেৱী :** আগেয়ে দেখটোতকৈও বেছি সুন্দৰ, বেছি স্বাস্থ্যবান।

**পুৰুষোত্তমন :** কিন্তু ইহঁতৰ আয়ুস কম আছিল। অতি বেছি পঞ্চাশ।

**শ্ৰীদেৱী :** আয়ুস! এনেকৈ বেমাৰ খাই লেন্দাই-ধেন্দাই এশ বছৰ থকাতকৈ সেয়ে ভাল আছিল। এনেকৈ এই পুৰুষটোৰ দৰে জীৱন-যাপন কৰি যেতিয়াই মন যায় মৰি শেষ হৈ যোৱা—

**পুৰুষোত্তমন :** জীৱন ?—সেয়া জানো আচল জীৱন শ্ৰীদেৱী, নিৰীহ—বন্য পশু।

**শ্ৰীদেৱী :** মই কিন্তু আমাৰ মানুহৰ দৰেই দেখিছো, বৰ বেছি বেলেগ দেখা নাই।

**পুৰুষোত্তমন :** নাই দেখা ? সিহঁতে দাঁতেৰে কামুৰি কামুৰি কেচা মাংস খায়, গাধোৱা দাঁত ঘঁহা আদি একো নকৰে—, একোটা অতি দুৰ্গন্ধময় কদৰ্য্য জীৱন!

**শ্ৰীদেৱী :** তেতিয়াৰ কেচামাংস আজিকালিৰ ভজা মাংস আৰু সিজোৱা মাংসতকৈ বেছি সোৱাদ আছিল কিজানি ? আৰু দুৰ্গন্ধ! তোমাৰ জ্বৰ নামি যোৱাৰ পিছত তুমি যে ঘামি থাকা তেতিয়া তোমাৰ গাৰ পৰা কিমান দুৰ্গন্ধ ওলায়—তুমি জানো গম পোৱা ? কিন্তু আচল মানুহৰ গোন্ধ, স্বাস্থ্যবান মানুহৰ গোন্ধ মানুহে ভাল পায়।

**পুৰুষোত্তমন :** স্বাস্থ্য! স্বাস্থ্য! তুমি এই শব্দটো বৰ ভাল পোৱা নহয় ?

**শ্ৰীদেৱী :** ভাল লগা শব্দ মাত্ৰ নহয়, সি যে জীৱনৰ এটা অৱদান।

**পুৰুষোত্তমন :** ( বিৰক্ত হৈ ) হুঁ, লুটিওৱা—

( শ্ৰীদেৱীয়ে পৃষ্ঠা লুটিয়াই আশ্চৰ্য্য হৈ চায় )

**শ্ৰীদেৱী :** আই ঔ! এইটো চোৱা। চোৱাচোন, এইটো কেনে ? কিমান ধুনীয়া! চোৰাঁ চোৱা মুখখন চোৰাঁচোন। দীঘল নাক, ডাঙৰ ডাঙৰ চকু, বহল কপাল, বহল বুকু, বোপাই-ঔ-ই এটা পুৰুষ!

**পুৰুষোত্তমন :** "ক্ৰমগেন" নামৰ এবিধ মানৱ।

**শ্ৰীদেৱী :** লগত তাৰ ঘৈনীয়েক আৰু সন্তান।

**পুৰুষোত্তমন :** সেইজনী তাইৰ ঘৈনীয়েক নহয়, তাই এজনী মাত্ৰ মাইকী, তাৰ লগত থাকে।

**শ্ৰীদেৱী :** কিন্তু তাই তাৰ ঘৈনীয়েক হ'ব লাগিব!

**পুৰুষোত্তমন :** তেতিয়াৰ দিনত বিয়াবাৰু নাছিল।

**শ্ৰীদেৱী :** সেই সন্তানটো?

**পুৰুষোত্তমন :** সেই মতাটোৰ ঔৰসত জন্মলাভ কৰা মানুহজনীৰে সন্তান।

**শ্ৰীদেৱী :** তেন্তে তাই তাৰ ঘৈনীয়েক নোহোৱাকৈ আৰু সিহঁতৰ বিয়া নোহোৱাকৈ কেনেকৈ সিহঁতৰ সন্তান হ'ব পাৰে। সন্তান হ'ল বিয়াৰ ফল। আৰু এজনী তিৰোতাৰ কাৰণে পত্নী হোৱাৰ প্ৰমাণ।

**পুৰুষোত্তমন :** তেতিয়াৰ দিনত বিয়া নোহোৱাকৈয়ে সন্তান হৈছিল!

**শ্ৰীদেৱী :** আজিকালি আকৌ বিয়া হৈও সন্তান নহয়।

**পুৰুষোত্তমন :** মোক ব্যঙ্গ কৰিছা নহয়?

**শ্ৰীদেৱী :** তোমাৰ খং উঠিলনেকি? আমি কিতাপহে চাইছোঁ।

**পুৰুষোত্তমন :** তুমি বিয়াক নিন্দা কৰিছা।

**শ্ৰীদেৱী :** সেইবুলি কৈছোনেকি মই?

**পুৰুষোত্তমন :** (চিন্তান্বিত ভাবে বহাৰ পৰা উঠি) নাই, তুমি কোৱা নাই। কিন্তু নোকোৱাকৈয়ে তুমি সেইটোকে উচ্চস্বৰে কৈছা।

**শ্ৰীদেৱী :** তোমাৰহে তেনে ভাব হৈছে।

**পুৰুষোত্তমন :** ওঁহো, মই যি ভাবিছো সঁচা। মই তোমাৰ কিছুমান নতুন পৰিবৰ্ত্তন দেখা পাইছো।

**শ্ৰীদেৱী :** মোৰ একো পৰিবৰ্ত্তন হোৱা নাই। মই আগতে যি আছিলো এতিয়াও আছো—সদায়েই একেই আছোঁ।

**পুৰুষোত্তমন :** সদায়েইনো কি হৈ আছা?

**শ্ৰীদেৱী :** এজনী নাৰী

**পুৰুষোত্তমন :** সেই বন্যা নাৰীৰ দৰে।

**শ্ৰীদেৱী :** ওঁ ঠিকেই, কিনো প্ৰভেদ আছে?

**পুৰুষোত্তমন :** একো প্ৰভেদ নাই নেকি?

**শ্ৰীদেৱী :** আছে, এটা প্ৰভেদ আছে। তাইৰ বাহুত কিবিকিবি আছে, যিবোৰ মোৰ নাই।

**পুৰুষোত্তমন :** ( ডাঙৰকৈ ) শ্ৰীদেৱী।

**শ্ৰীদেৱী :** ( নিৰ্বিকাৰভাবে ) বেমাৰৰ কাৰণে তোমাৰ আজিকালি বৰ খং হৈছে।

**পুৰুষোত্তমন :** মোৰ একো ডাঙৰ বেমাৰ হোৱা নাই !

**শ্ৰীদেৱী :** ঠিক আছে বাৰু, মানি লৈছো। যোৱা এতিয়া, সেই ৰঙা পিলটো খাই শুই থাকাঁগৈ।

**পুৰুষোত্তমন :** মই এতিয়া নোশোঁওঁ ( অলপ আগুৱাই গৈ আকৌ হঠাৎ ঘূৰি আহে ) শ্ৰীদেৱী, সেই কিতাপত তুমি যিবোৰ প্ৰাণী দেখা পাইছা, সিহঁতৰ পৰা আজিৰ মানৱৰ সৃষ্টি কিহে কৰিলে, জানানে বাৰু ?

**শ্ৰীদেৱী :** সময়ে

**পুৰুষোত্তমন :** কেৱল সময়ে নহয়। কিছুমান শাশ্বত সাংস্কৃতিক প্ৰমূল্যই।

**শ্ৰীদেৱী :** শাশ্বত ! তাৰমানে সেইবোৰ প্ৰমূল্য তেতিয়াও আছিল।

**পুৰুষোত্তমন :** নহয়, সেইবোৰ প্ৰমূল্য মানৱসমাজৰ প্ৰগতিৰ লগেলগে কালক্ৰমত প্ৰতিষ্ঠিত—

**শ্ৰীদেৱী :** প্ৰতিষ্ঠিত ? তেন্তে শাশ্বত নহয় ! কালক্ৰমত নিৰ্মিত

**পুৰুষোত্তমন :** ওঁ, ধৰিলোৱা সেয়ে। সমাজৰ অস্তিত্বৰ বাবে সেইবোৰৰ প্ৰয়োজন।

**শ্ৰীদেৱী :** তেন্তে সেই হাবিৰ মানবজাতিৰ মাজতো কিছুমান প্ৰমূল্য বিদ্যমান আছিল।

**পুৰুষোত্তমন :** নাছিল, আৰু সেই কাৰণেই সিহঁতৰ বিনাশ হৈছিল।

**শ্ৰীদেৱী :** ক'ত বিনাশ হ'ল, সিহঁতৰ পৰাই আমাৰ উৎপত্তি হোৱা নাই জানো।

**পুৰুষোত্তমন :** তুমি কি ক'বলৈ বিচাৰিছা ?

**শ্ৰীদেৱী :** কৈছোঁ যে সিহঁত ধ্বংস হোৱা নাই। সিহঁত আমাৰ ৰূপলৈ পৰিবৰ্তিত হ'ল। বিয়া নকৰাকৈও সন্তান জন্ম দিয়া সেই আইতাৰ পৰা বিয়া কৰোৱা সন্তান জন্ম দিব নোৱাৰা মোৰ জন্ম হ'ল।

**পুৰুষোত্তমন :** ( খঙত গৰজি উঠি ) শ্ৰীদেৱী।

**শ্ৰীদেৱী :** কি ?

**পুৰুষোত্তমন :** তোমাৰ মনত কোনো সদাচাৰবোধ নাই ?

**শ্ৰীদেৱী :** মানে ?

**পুৰুষোত্তমন :** তোমাৰ পতি-পত্নীৰ মাজত সম্বন্ধৰ যি পবিত্ৰতা তাৰ জ্ঞান নাই। ( শ্ৰীদেৱীয়ে হাঁহিবলৈ ধৰে ) কিয় হাঁহিছা ?

**শ্ৰীদেৱী :** শব্দবোৰৰ অৰ্থহীনতাৰ কথা ভাবি হাঁহি উঠিছে।

**পুৰুষোত্তমন :** অৰ্থহীনতা ? শ্ৰীদেৱী—তুমি আজিও মানসিক স্তৰত শিলাযুগতে আছা। শীলাৱতীৰ দৰে……

**শ্ৰীদেৱী :** শীলাৱতী ?

**পুৰুষোত্তমন :** সেই কাহিনী শুনা নাইনেকি ? শীলাবতীৰ কাহিনী তুমি পঢ়া নাইজানেঁা ?

**শ্ৰীদেৱী :** ওঁ পঢ়িছোঁ—

**পুৰুষোত্তমন :** তাৰ পৰা কি বুজিলা ?

**শ্ৰীদেৱী :** বুজিলোঁ যে, সেই কাহিনীৰ লেখক এজন পুৰুষ।

**পুৰুষোত্তমন** সেই বুলি তাৰ একো মূল্য নাই নেকি ?

**শ্ৰীদেৱী :** নাৰী সম্পৰ্কে যিখিনি কোৱা হৈছে তাৰ কিবা মূল্য আছে বুলি বোধ নহয়।

**পুৰুষোত্তমন :** সেয়া তোমাৰ নিজৰ মনৰ কথা।

**শ্ৰীদেৱী :** সকলো নাৰীৰে সেয়েই মনৰ কথা। তুমি যেতিয়া ভাঙৰ ডাঙৰকৈ শীলাবতী পঢ়া মই মাত্ৰ তোমাক সন্তোষ দিবৰ কাৰণে মূৰ দুপিয়াই শুনি থাকোঁ।

**পুৰুষোত্তমন :** মাত্ৰ মোৰ সন্তোষৰ বাবেহে ?

**শ্ৰীদেৱী :** ওঁ, আৰু সেইদৰে মূৰ দুপিয়াই থাকিবৰ বাবেই আমাৰ বিয়া হয়।

**পুৰুষোত্তমন :** অহ্! আমাৰ বিয়াৰ আগেয়েই তুমি মোক তোমাৰ এই মনোভাব জানিবলৈ দিব লাগিছিল।

**শ্ৰীদেৱী :** তুমিতো মোক একো নোসোধাকৈয়ে বিয়া কৰাইছিলা।

**পুৰুষোত্তমন :** অ' সেই কথা।

(পুৰুষোত্তমনে উদ্বেগেৰে অহা যোৱা কৰিবলৈ ধৰে। শ্ৰীদেৱীয়ে আকৌ কিতাপৰ পাতি লুটিয়াই লুটিয়াই নিশ্চলভাৱে বিচনাত পৰি থাকে।)

**পুৰুষোত্তমন :** (হঠাৎ কৈ) শ্ৰীদেৱী ?

**শ্ৰীদেৱী :** কি ?

**পুৰুষোত্তমন :** তুমি ছবি চায়েই আছানে ?

**শ্ৰীদেৱী :** ওঁ—

**পুৰুষোত্তমন :** নহয়—

**শ্ৰীদেৱী :** তেন্তে কি ?

**পুৰুষোত্তমন :** তেন্তে কি কৰিছা—কৈ দিওঁ ? তুমি ব্যাভিচাৰ কৰি আছা। তোমাৰ কল্পনাত সেই বনৰীয়া আদিম দানবৰ সৈতে ; সেই অসভ্য মানবৰ সৈতে…

**শ্ৰীদেৱী :** ( সপোন দেখাৰ দৰে ) নাৰীয়ে জীৱনত সভ্য স্বামীতকৈ কাল্পনিক অসভ্য পুৰুষক বেছি ভাল পায়।

( "কি ক'লি অসভ্য জানোৱাৰ" বুলি পুৰুষোত্তমে শ্ৰীদেৱীৰ গালত প্ৰচণ্ড জোৰে চৰ মাৰিবলৈ হাত তোলে। শ্ৰীদেৱীয়ে কিতাপখন ওপৰলৈ তুলি চৰটোত বাধা দিয়ে। পুৰুষোত্তমৰ সমুখত কিতাপখনৰ মেলা পৃষ্ঠাটোৰ এখন ছবি জিলিকি উঠে। তেওঁ ছবিখনৰ ফালে চাই থাকে। হঠাৎ তেওঁ বুকুত যেন কিবা বিষ অনুভৱ কৰে। বাওঁহাতেৰে কিতাপখন আৰু সোঁহাতেৰে নিজৰ বুকুত হেঁচা মাৰি ধৰি তেওঁ জোৰে কাহিবলৈ ধৰে। )

**শ্ৰীদেৱী :** ( চোকা পৰিহাসেৰে ) এইখিনি শক্তিও নাই। হয় ? এটা দৈত্যাকৃয় ভালুক মাৰি, তাৰ মৰা শটো কান্ধত পেলাই লৈ গৰ্জ্জন কৰি উঠা এই প্ৰাচীন মানৱৰ কাল্পনিক ছবিখনকেই তুমি ঈৰ্ষা কৰিছা !

( 'আহ্' বুলি দীঘলীয়া হুমুনিয়াহ কাঢ়ি পুৰুষোত্তমে মূৰ তুলি চায়। এক ভয়ঙ্কৰ বাদ্য-সঙ্গীতে যেন মঞ্চত ধুমুহাৰ প্ৰতীক সৃষ্টি কৰে। মঞ্চত ৰঙীন পোহৰ। পটভূমিৰ পৰা তলত উল্লেখ কৰা গীতটো শুনা যায়। লাহে লাহে মঞ্চত আন্ধাৰে আগুৰি ধৰে। )

গীত :

জীৱনে গৰজি উঠিছে
আকাশত জোনটি নামিছে
কোটি কোটি বছৰৰ মাজেৰে
কিয়নো ত্ৰিজগত ঘূৰাইছে
জ্বালামুখীৰ ৰঙা অগনিয়ে
পৰ্ব্বত কিয়নো গলাইছে
মানুহৰ পৃথিবীত শিপা গজিবলৈ
মৰুভূক উদ্যান সাজিবলৈ
মিলিজুলি আগবাঢ়ি আহিছে
স্বৰ্গৰ দুৱাৰত ভৰি দিবলৈ
ন-পথে ন গীত জুৰিছে।

( গীতৰ শেষত ৰঙ্গমঞ্চ আকৌ পোহৰ হৈ উঠে। গোটেই দৃশ্য যুগ যুগ আগৰ এক গুহাৰ ৰূপলৈ পৰিবৰ্ত্তিত হয়। পুৰুষ আৰু নাৰী অৰ্দ্ধশায়িত অৱস্থাত এচটা ডাঙৰ শিলত পৰি আছে। পটভূমিৰ পৰা বন্য জীৱনৰ অভিব্যক্তি

আনিব পৰা কিছুমান চিঞৰৰ বাখৰ। কিছুমান গৰ্জ্জন আৰু গোৰ গোৰণি। এটা হিংস্ৰ পশুৰ ভয়ত দৌৰি পলোৱা এটা অৰ্দ্ধমানৱ মঞ্চইদি পাৰ হৈ যায়। পুনৰ গৰ্জ্জন। লাহে লাহে শব্দবোৰ কমি আহে। এটা মানৱসত্ত্বা ৰঙ্গমঞ্চত ধীৰে ধীৰে সোমাই আহে। নগ্নতা ঢাকিবৰ বাবে গাত সি এখন মাত্ৰ জন্তুৰ চাল পিন্ধি আছে। সি এডাল ডাঙৰ হাড় চোবাই চোবাই আহে। হাড় ডালৰ পৰা টোপ-টোপকৈ তেজ পৰি আছে। চৰিত্ৰটোৱে নৃত্যৰ ভঙ্গীত কিছুমান মূকাভিনয় কৰিবলৈ লয়। সেই মূকাভিনয়ৰ দ্বাৰা যুগ যুগ ধৰি মানৱ সংস্কৃতিৰ ক্ৰমবিকাশ বুজাবলৈ চেষ্টা কৰা হয়। 'কথাকলি' নাইবা তেনে ধ্ৰুপদী নৃত্যৰ আহি যাতে প্ৰয়োগ কৰা নহয়। কেৱল এক বিকৃত সাংকেতিক ভাষা। গহীন পুৰুষ কণ্ঠত তলৰ কবিতা খণ্ড পটভূমিৰ পৰা আবৃত্তি কৰা হয়। কবিতাত বৰ্ণিত প্ৰকৃতিৰ ক্ষোভ সকলোতে যেন অনুভূত হয়। কবিতাত সন্নিবিষ্ট ভাব দৰ্শকবৃন্দক ভালকৈ অৱগত কৰাবৰ বাবে মাজে মাজে দোহাৰি নিবেদন কৰিব পাৰে।

গ্ৰীষ্ম ঋতুৰ ডাৱৰে বিস্তাৰে আন্ধাৰ
মূষলধাৰে দিয়ে বৰষুণ,
সমগ্ৰ অৰণ্যত ধুমুহাৰ উখল-মাখল।
ডাৱৰে গৰজে, বিজুলী চমকে
উল্কা জিলিকি উঠে, ঝৰ্ণাই পৰ্ব্বত খহায়।
সমুদ্ৰই ভয়াবহ জিভা মেলি
তীৰভূমি গ্ৰাসিবলৈ আহে আগুৱায়।
জ্বালামুখীয়ে উদ্গীৰণ কৰে অগ্নি—
দাবানল জ্বলি উঠে
ভূমিকম্পই পৃথিৱী কঁপায়।
অসীম আশ্চৰ্যময়ী প্ৰকৃতিৰ
দেখি পৰাক্ৰম
শিহৰি উঠে মানৱ।
কন্দৰ আৰু গছৰ খোন্দত বহি
এইবোৰ চাই থকা মানৱৰ অসভ্য হৃদয়ত
বিবশতাৰ দুৰ্নিবাৰ ৰূপ
বন্য দেৱতাৰ ৰূপত অৱতাৰিত হ'ল।

সুদূৰত অনন্তকালৰ প্ৰাচুৰ্য্যৰ ফালে—
চাই থকা সেই পিতামহে হাত মোহাৰি ৰয়
আৰু নৈবেদ্যৰূপে উচৰ্গা কৰে—
সকলো বন্য, সকলো আৰণ্যক।

(দৃশ্যৰ কিছু পৰিবৰ্ত্তন হয়। পোহৰ বিয়পি পৰে। সেই একে দৃশ্য। শ্ৰীদেবীৰ স্বামীও আগৰ ঠাইতে আছে। ইফালে সিফালে দুই-তিনিটা ডাঙৰ শিল। দৈত্যাকৃতি আদিম মানৱে একোনত বহি কোনো বনৰীয়া জন্তুৰ হাড় চোবাই আছে। দূৰৰ পৰা এজনী বন্য নাৰীয়ে বৰ লোভেৰে সেই হাড়ৰ ফালে চাই আছে। তাইৰ গাৰ নগ্নতা ঢাকিবলৈ কিছুমান পাত আৰু ছাল ব্যৱহাৰ কৰিছে। তাই অতি লোভেৰে আদি মানৱে খাই থকা হাড়খিনিৰ পিনে হাত আগবঢ়ায়। মানৱে গোৰগোৰাই মানৱীৰ হাতখন ঢকামাৰি আতঁৰাই দিয়ে আৰু নিজে হাড় চোবাবলৈ ধৰে। অলপ পিছত তাৰ পেট ভৰিল। হাতত বাকী ৰোৱা হাড় মাংসখিনি তাইলৈ দলিয়াই দিয়ে। মানৱীয়ে লাহে লাহে সেইখিনি বুটলি লৈ খাবলৈ ধৰে। মানৱ হাতভৰি মেলি শুই পৰে। তাৰ নাকৰ ঘোৰঘোৰণি আৰম্ভ হয়। আন এটা ওখমানৱ মনে মনে সোমাই আহে। ই এটা ডেকা মানৱ। আগৰটোতকৈ দেখাত সুন্দৰ। সি লাহে লাহে মানৱীৰ ওচৰলৈ যায়। সি তাইক ওচৰত পাবলৈ বিচাৰে। তায়ো তাক বিচাৰে। কিন্তু সিহঁত দুয়ো শুই থকা মানৱটোক ভয় কৰে। অৱশেষত, যি-হয়-হ'ব বুলি ভাবি সি মানৱীৰ হাতত ধৰি কাষত বহি পৰে। শুই থকা শকত মানৱটো সাৰ পায়। বিজুলী সঞ্চাৰে সি এটা জাপ মাৰে। দুই মানৱৰ মাজত ঘোৰ যুদ্ধ হয়। এসময়ত ডেকা পৰাজিত হয় আৰু উভটি দৌৰি পলাব খোজে। শিলত উজুতি খাই পৰি যায়। আকৌ ছটফটাই উঠি ত্ৰস্তভাবে দৌৰি পলায়। বিজেতা মানৱ আগুৱাই গৈ মানৱীৰ গালত এটা ঘোঁচা মাৰে। মানৱীয়ে আৰ্তনাদ কৰি বহি পৰে। মানৱ আকৌ আগৰ ঠাইত বহি শুই পৰে। ডেকামানৱ আকৌ ওলাই আহে। তাৰ হাতত এইবাৰ এটুকুৰা ডাঙৰ শিল। সি লাহে লাহে গৈ শুই থকা শক্তিশালী মানৱৰ মূৰলৈ শিলটুকুৰা মাৰি পঠায়। এটা চিৎকাৰ। প্ৰথম মানৱৰ মূৰটো ভাগি যায়। দ্বিতীয় ডেকা মানৱে বিজয়ী হৈ মানৱীৰ ওচৰলৈ যায়, আৰু মৃগ-সুলভ প্ৰেম নিবেদন কৰে। পটভূমিৰ পৰা কবিতা আবৃত্তি শুনা যায়।

বনৰীয়া নাৰী, আহ—আহ—আহ—
বনলৈ যাওঁ ধীৰে ধীৰে
বনৰীয়া ফুল আৰু মৌ লৈ
ৰৈ আছে আকাশ—

দূৰণিত এটা কুলিৰ মধুৰ কুজন—"কুউ কুউ কুউ···" দুয়ো কান দি শুনে। আকৌ কুলিৰ গান। ডেকামানৱ আৰু মানৱীয়ে আচৰিত হৈ শব্দৰ তাল ক্ৰমৰ লগে লগে অনুকৰণ কৰে। দুয়ো ইটোৱে সিটোক সাবটি ধৰি তালে-তালে তাণ্ডৱ নৃত্য কৰে। দূৰণিৰ পৰ্ব্বতত এটা সন্তানৰ কান্দোন ধ্বনি। বন্যমানৱীয়ে ভয়ত উচপ খাই উঠি বণ্যমানৱৰ প্ৰতি ইঙ্গিত কৰে।)

**মানৱী :** আ—সেয়া ?

**ডেকামানৱ :** হেঁ—কি ?

(সেই প্ৰশ্নোত্তৰে ভাযাৰ জন্মৰ সূচনা দিয়ে। ডেকা মানৱ ভিতৰলৈ দৌৰি যায়। পিছে পিছে মানৱীও দৌৰি যায়। কান্দোন শুনা যায়। বাঘে কেচুৱাটো লৈ গ'ল। সিহঁত আকৌ ৰঙ্গমঞ্চলৈ ওলাই আহে।)

**মানৱী :** (ফোঁপাই ফোঁপাই) কেচুৱা···বাঘ···গ'ল

**মানৱ :** যাবলৈ দে। আগলৈ আকৌ কেচুৱা জনম দিবি।

(সি তাইক দুই হাতেৰে ডাঙিলৈ দৌৰি সোমাই যায়।

পটভূমিত সঙ্গীতৰ মূৰ্চ্চনা। ৰঙ্গমঞ্চ আন্ধাৰে আৱৰি ধৰে। আকৌ পোহৰ হয়। অৰণ্য আৰু বন্য মানৱৰ দৃশ্য নোহোৱা হয়। আগৰ শ্ৰীদেৱী শুই থকা দৃশ্যটো দেখা যায়। শ্ৰীদেৱী আৰু পুৰুষোত্তমন যেন দিবাস্বপ্নত বিভোৰ হৈ নিৰ্জীৱৰ দৰে বহি আছে। ক্ষন্তেক পিছত)

**পুৰুষোত্তমন :** শ্ৰীদেৱী !

**শ্ৰীদেৱী :** কি ?

**পুৰুষোত্তমন :** মই আৰু তুমি কুৰি শতিকাৰ সংস্কাৰপূৰ্ণ স্বামী-স্ত্ৰী। সেই বন্য মানৱমানৱী নহয়। সিহঁত দহলাখ বছৰ পূৰ্বেই মাটিৰ তলত নিঃশ্চিহ্ন হৈছে।

(হঠাৎ "বাহিৰত" বুলি এটা স্বৰ দূৰৰ পৰা ভাঁহি অহা শুনা যায়। পুৰুষোত্তমন আৰু শ্ৰীদেৱী দুয়ো উচপখাই পিছলৈ ঘূৰি চায়। অতীতৰ দৃশ্যত দেখা পোৱা বন্য আদিমানৱ পটভূমিৰ পৰা ধীৰে ধীৰে আগুৱাই আহে। সি আহি শ্ৰীদেৱীৰ সেই পৰিচ্ছন্ন আৰু সুসজ্জিত কোঠাত প্ৰবেশ কৰে।

পুৰুষোত্তমনে সেইপিনে চাই ৰয়। শ্ৰীদেৱী এক অভূতপূৰ্ব্ব অনুভূতিত তন্ময়। আদি-মানৱ ৰঙ্গমঞ্চৰ সমুখভাগলৈ আহে।)

**পুৰুষোত্তমন :** বাহিৰত ?

**আদি মানৱ :** ওঁ বাহিৰত।

**পুৰুষোত্তমন :** ভিতৰত ?

**মানৱ :** মই আছো—

**পুৰুষোত্তমন :** তুমি ?

**মানৱ :** ওঁ, মই (পুৰুষোত্তমনৰ ফালে আঙুলিয়াই) সেই সভ্য ছালখনৰ তলত অসভ্যযুগৰ মই এতিয়াও শুই আছিলোঁ।

**পুৰুষোত্তমন :** আৰু মই ?

**মানৱ :** এক অভিনয়। ৰঙবৰণৰ এখন যবনিকা।

**পুৰুষোত্তমন :** একো একোটা পশু—

**মানৱ :** মোৰ আবৰণ অলপ আঁতৰালেই মই 'তোমাত' ৰূপান্তৰ হওঁ।

**পুৰুষোত্তমন :** তই ক'ৰ পৰা আহিছ ?

**মানৱ :** তোমাৰ মাজৰ পৰা।

**পুৰুষোত্তমন :** মোৰ মাজৰ পৰা ? ছিঃ ঘৃণাৰ কথা—

**মানৱ :** তোমাৰ ঘৃণা হৈছে ?

**পুৰুষোত্তমন :** ওঁ—

**মানৱ :** নিজৰ ওপৰতে।

**পুৰুষোত্তমন :** নিজৰ ওপৰতে—

**মানৱ :** দূৰৰ পৰা চায়েই—

**পুৰুষোত্তমন :** সঁচাই। অ' শ্ৰীদেৱী—

**শ্ৰীদেৱী :** কি ?

**পুৰুষোত্তমন :** চোৱাঁ—এয়া মই—মই এয়া—

**শ্ৰীদেৱী :** (ধীৰে ধীৰে যেন এটা সপোনৰ পৰা সাৰ পাই উঠি) হোঁ—হোঁ— (দীঘল দীঘল উশাহ লয়) হোঁ—হোঁ।

(আদি মানৱৰ পিনে আগুৱাই যায়)

**পুৰুষোত্তমন :** (ফোঁপাই) শ্ৰীদেৱী—

**শ্ৰীদেৱী :** মোক নামাতিবা। (মানুহটোক মূৰৰ পৰা ভৰিলৈকে তীক্ষ্ণ দৃষ্টিৰে চায়। এক যেন প্ৰবল ক্ষোভ।)

**মানৱ :** মোক চিনি পাইছানে ?

**শ্ৰীদেৱী :** মই কেৱল তোমাকেই চিনি পাওঁ ?

**মানৱ :** মোক কেনেকৈ চিনি পালা ?

**শ্ৰীদেৱী :** তোমাৰ চেহেৰাত, তোমাৰ প্ৰকৃতিত। সেই একে দুখন হাত লোহাৰ দৰে। ( বাহুত ধৰে। পেশীবোৰ মোহাৰি চায়। ) সেই একে বুকু। শিলৰ দৰে ( বুকুত ধেমালিকৈ দুটামান ভুকু মাৰে ) সেই একে ভৰি !...কিমান যে শক্তি ! ( ভৰিৰ মাংস পেশীত ধৰি চায় )

( ইয়াত মাজে মাজে শ্ৰীদেৱীৰ আচৰণলৈ চাই চাই পুৰুষোত্তমনে এক বিপন্ন মনে 'শ্ৰীদেৱী শ্ৰীদেৱী' বুলি ক্ষীণ কণ্ঠে কৈ থাকে।

**মানৱ :** মোৰ নাম ?

**শ্ৰীদেৱী :** পুৰুষ।

**পুৰুষোত্তমন :** কিন্তু সেইটো মোৰ নাম। পুৰুষোত্তমন নায়াৰ।

**মানৱ :** মই 'পুৰুষ' আৰু তুমি 'নায়াৰ'।

**শ্ৰীদেৱী :** মোৰ নাম কি জানানে ?

**মানৱ :** নাৰী—

**পুৰুষোত্তমন :** শ্ৰীদেৱী। মিচেচ্ পুৰুষোত্তমন নায়াৰ।

**শ্ৰীদেৱী :** তেওঁৰ কথালৈ কাণ নিদিবা। তেওঁ এজন ৰোগীয়া মানুহ তেওঁ ৰাজ যক্ষ্মাত ভুগিছে।

**পুৰুষোত্তমন :** তেওঁৰ কথা নুশুনিবা। তেওঁৰ মগজৰ ঠিক নাই। এজনী পাগলী।

**শ্ৰীদেৱী :** তুমি বাৰু মোক কোলাত তুলি ল'বানে ? অলপ আগেয়ে যে সেই মানুহজনীক ডাঙি লৈছিলা— ঠিক তেনেকৈ ?

**মানৱ :** তোমাক ?—ডাঙিম—তোমাকো ডাঙি ল'ম।

**পুৰুষোত্তমন :** ঐ—নুচুবি।

**মানৱ :** তেন্তে তুমি তেওঁক ডাঙি লোৱা ( পুৰুষোত্তমন আগবাঢ়ে, বৰ জোৰে জোৰে কাহে। ঠাট্টাৰ সুৰত ) তোমাৰ দ্বাৰা নহ'ব। মই ডাঙি লৈছো ৰ'বা। ( শ্ৰীদেৱীক কোলাত তুলি লয়। পুৰুষোত্তমনে "বিশ্বাসঘাটক" বুলি গৰজি উঠে। পুৰুষোত্তমন এটা বিকৃত ৰূপলৈ পৰিবৰ্তিত হৈ যায়।

**শ্ৰীদেৱী :** ( ফোঁপাই ) মোক লৈ যোৱাঁ, সোঁফালে দূৰলৈ দূৰলৈ—বহু দূৰলৈ—বহু পিছলৈ। যুগযুগান্তৰ পাৰ হৈ সেই বনবনান্তৰৰ ফালে। ( মানৱে শ্ৰীদেৱীক লৈ যাবলৈ ওলায়। পুৰুষোত্তমনে সমস্ত শক্তি প্ৰয়োগ কৰি আগলৈ দৌৰ দিয়ে।

ভৰি পিছলি পৰি যায়। মানৱ আঁতৰি যায়। সি শ্ৰীদেৱীকো কোলাত তুলি লয় আৰু দৌৰ দিয়ে। তাৰ পিছত আহি খাটখনত শ্ৰীদেৱীক শুৱাই দিয়ে। মঞ্চ অন্ধকাৰ হৈ পৰে। কেৱল ফোঁপাই ফোঁপাই আহি থকা পুৰুষোত্তমনৰ ওপৰত 'স্পট্ লাইট' পৰে। "শ্ৰীদেৱী, তোৰ জীৱন মই শেষ কৰিম" বুলি পুৰুষোত্তমন খাটখনৰ পিনে দৌৰ দিয়ে। অলপ পিছতে ক্লান্ত হৈ পৰি যায়। ছাঁয়াৰ দৰে বন্যমানৱ অদৃশ্য হৈ যায়। পুৰুষোত্তমনে "শ্ৰীদেৱী শ্ৰীদেৱী" বুলি সেহাই সেহাই মাতিবলৈ ধৰে। মঞ্চত সম্পূৰ্ণ পোহৰ হয়। শ্ৰীদেৱী উচপ খাই খাটৰ পৰা উঠে। মাটিত পৰি থকা গিৰিয়েকক দেখি উৎকণ্ঠিত ভাবে দৌৰি তেওঁৰ ওচৰলৈ যায়। "হাঁয় হাঁয় কি হ'ল" বুলি কৈ তেওঁ ধৰি তুলি দিয়ে। আৰু লাহে লাহে ধৰি নি খাটত বহুৱাই দিয়ে। )

**শ্ৰীদেৱী :** কি হ'ল তোমাৰ ?

**পুৰুষোত্তমন :** মূৰটো ঘূৰোৱা যেন লাগিছিল।

**শ্ৰীদেৱী :** মই তোমাক ভিতৰলৈ গৈ শুই থাকিবলৈ কোৱা নাছিলোঁ ? মই জানো নহয়। বেমাৰৰ সময়ত এনেকৈ সাৰে থকা ভাল নহয়—

**পুৰুষোত্তমন :** শ্ৰীদেৱী, আমাৰ বিয়া হোৱা কিমান দিন হ'ল বাৰু ?

**শ্ৰীদেৱী :** তিনি বছৰ।

**পুৰুষোত্তমন :** মোৰ বেমাৰ হোৱা দিন হ'ল ?

**শ্ৰীদেৱী :** মই ক'ব নোৱাৰোঁ।

**পুৰুষোত্তমন :** ঠিক আছে, তুমি ক'ব নোৱাৰা, ময়ো ক'ব নোৱাৰোঁ। চিৰ ৰুগীয়া মই। মই—মই তোমাক বিয়া কৰাব নালাগিছিল।

**শ্ৰীদেৱী :** যিহওক, বিয়া হৈ গ'ল, এতিয়া সেইবোৰ কথা আৰু কিয় কৈছা ?

**পুৰুষোত্তমন :** অঁ, এতিয়া আৰু সেইবোৰ কোৱা উচিত নহয়। মোৰ অন্য কথাহে দুটামান ক'বলগীয়া আছে। শ্ৰীদেৱী মোৰ এটা আন্তৰিক প্ৰাৰ্থনা তুমি শুনিবানে ?

**শ্ৰীদেৱী :** কি প্ৰাৰ্থনা ?

**পুৰুষোত্তমন :** কোৱা শুনিবানে নুশুনা।

**শ্ৰীদেৱী :** শুনিম।

**পুৰুষোত্তমন :** তুমি মোক এৰি দিয়া। তুমি আকৌ বিয়া কৰোৱাঁ। ( নীৰৱতা ) একো নোকোৱা কিয় ?

**শ্ৰীদেৱী :** মোৰ একো ক'বলগীয়া নাই

**পুৰুষোত্তমন :** কোৱা কোৱা শ্ৰীদেৱী এবাৰ হৃদয় খুলি মোক সঁচাসঁচিকৈ কোৱা।

**শ্ৰীদেৱী :** ক'ব লাগে ?

**পুৰুষোত্তমন :** সঁচাই কোৱা—

**শ্ৰীদেৱী :** তোমাৰ মৃত্যুৰ পিছত মই সেই কথা চিন্তা কৰি চাম।

**পুৰুষোত্তমন :** হুঁম্ ( এটা শিলামূৰ্তিৰ দৰে চাই থাকে )

**শ্ৰীদেৱী :** যোৱা ঔষধ খাই শুই থাকা।

**পুৰুষোত্তমন :** ঔষধটো ইয়ালৈকে লৈ আহাগৈ যোৱা—কালি যে মই নতুন ঔষধ এটা আনিছিলো সেইটো। আলমাৰিৰ তলৰ দেৰাজৰ সোঁচুকত থোৱা সেউজীয়া ৰঙৰ বটলটো।

**শ্ৰীদেৱী :** দৰবটো ভালনে বাৰু ?

**পুৰুষোত্তমন :** ওঁ ( শ্ৰীদেৱী লাহে লাহে ভিতৰলৈ যায় ) ওঁ ভাল দৰব, মৰিবৰ বাবে।

( নিশ্চল ভাবে চাই থাকে )

# পৰিচয়

### কে. ৰামকৃষ্ণ পিল্লাই

জন্ম 1919 চন। প্ৰসিদ্ধ নাট্যকাৰ পিল্লাই বহুতদিন ৰাজনৈতিক আন্দোলনত জড়িত আছিল। তেখেতৰ অধিকাংশ নাটকেই সাৰ্থক ৰচনা বুলি স্বীকৃত হৈছে। 'তপ্ত বাষ্প' তেখেতৰ প্ৰসিদ্ধ সাহিত্য কৃতি। এই ৰচনাৰ বাবে তেখেতে পুৰস্কাৰো লাভ কৰিছে। তেখেতৰ সৰ্ব্বমুঠ ৰচনাৰ সংখ্যা ওঠৰ। কলি নামৰ সংকলন এটিৰ পৰা 'কাঠৰ ঘোৰা' একাঙ্কখন লোৱা হৈছে।

### কৈনিক্কৰা কুমাৰ পিল্লাই

জন্ম 1900 চন। সমালোচক, নিবন্ধকাৰ, অভিনেতা, নাট্যকাৰ আৰু এজন সুবক্তা। বহুদিন ধৰি কলেজৰ অধ্যাপক আছিল আৰু তাৰ পিচত শিক্ষা বিভাগৰ বিষয়াৰ পদ গ্ৰহণ কৰে। তেওঁ প্ৰায় ষোল্লখন গ্ৰন্থ ৰচনা কৰে। তাৰ বেছি ভাগ নাটক। লুকাডাকু নামৰ একাঙ্ক-সংগ্ৰহৰ পৰা 'বিয়াৰ কথা' নাটকখন লোৱা হৈছে।

### এন. কৃষ্ণ পিল্লাই

জন্ম 1916 চন। মলয়ালম ভাষাৰ নাট্য বুৰঞ্জীত এন কৃষ্ণ পিল্লাইয়ে এটা সম্পূৰ্ণ অধ্যায় অধিকাৰ কৰি আছে। এসময়ত মলয়ালম ৰঙ্গমঞ্চ কেৱল প্ৰহসন আৰু পাতল হাস্যৰসৰ নাটকে দখল কৰি আছিল। সেই অৱস্থাতে এন. কৃষ্ণ পিল্লাইয়ে ইবচেনৰ অনুকৰণত গহীন নাটক ৰচনা কৰি এটা নতুন ধাৰাৰ সূচনা কৰে।

নাটক সম্পৰ্কে এখেতৰ অগাধ জ্ঞান। প্ৰফেচৰ পিল্লাইৰ 'ভগ্ন ভবন', 'কন্যকা', 'বলাবল দৰ্শন', 'অনুৰঞ্জন' আদি নাটকে নাট্য-ইতিহাসত আলোড়নৰ সৃষ্টি কৰিছে আৰু এক পৰিবৰ্ত্তনৰ সূচনা কৰিছে। কথাসাহিত্য আৰু শিশু সাহিত্যৰ ক্ষেত্ৰতো তেখেতৰ ভালেখিনি অবদান আছে। তেখেতে মলয়ালমৰ প্ৰফেচাৰ হিচাবে অবসৰ গ্ৰহণ কৰে। 'চলচাতুৰী আৰু পৰাজয়' এখন সাপ্তাহিক পত্ৰিকাৰ বিশেষ সংখ্যাত প্ৰকাশিত হৈছিল।

### টি এন গোপীনাথন নায়াৰ

জন্ম 1917 চনৰ। এওঁ কবি, অভিনেতা, নাট্যকাৰ আৰু অনাতাঁৰ নাটকৰ

প্ৰযোজক ৰূপে খ্যাতি লাভ কৰে। এখেতৰ পঁচিশখন পূৰ্ণাঙ্গ নাটক আৰু পাঁচখন একাঙ্ক নাটকৰ সংগ্ৰহ প্ৰকাশিত হয়। টি এনৰ প্ৰায়বোৰ নাটকেই ৰঙ্গমঞ্চত বহুবাৰ নিবেদিত হৈছে। 'ঘড়ী চলি আছে' নামৰ একাঙ্ক সংগ্ৰহৰ পৰা 'নাৰ্ৱীয়া' নাটিকাখন অনা হৈছে।

**চী এল জোচ**

জন্ম 1932 চন। কৰ্ম্মস্থান ৰেক্ষ। এখেতৰ ভালেকেখন নাটক বহুল ভাবে বিক্ৰী হৈছে। জোচৰ নাটক সমূহ সহজে অভিনয় কৰিব পৰা ধৰণৰ। যন্ত্ৰনাদায়ক আৰু ত্ৰাসপূৰ্ণ পৰিস্থিতিৰ মাজত জোচৰ নাটকৰ চৰিত্ৰসমূহ অচল অটল হৈ থাকে। এখেতৰ মুঠ পূৰ্ণাঙ্গ নাটক আৰু ৩খন একাঙ্ক নাট সংগ্ৰহ প্ৰকাশিত হয়। 'বেদনাৰাজি' একে নামৰ এটি সংগ্ৰহৰ পৰা লোৱা হৈছে।

**আনন্দ কুট্টন**

জন্ম 1919 চন। এখেত মলয়ালম ভাষাৰ প্ৰফেচাৰ, হাস্যৰসৰ সাহিত্যিক, কবি, অভিনেতা আৰু নাট্যকাৰ। 'নাহৰফুটুকী বাঘ' নামৰ প্ৰসিদ্ধ গীতি নাটক এখেতৰ ৰচনা। নাটক, কাহিনী আদি লৈ মুঠ তেৰখনতকৈও অধিক সাহিত্য-কৃতিৰ এখেত ৰচয়িতা। 'অৰু কোলা' ( বিভৎস মৃত্যু ) নামৰ একাঙ্ক সংকলনৰ পৰা 'যেনে কুকুৰ তেনে টাঙোন' একাঙ্কখন অনা হৈছে।

**ওমচেৰী নাৰায়ণ পিল্লাই**

জন্ম 1924 চন। তেখেতে অধ্যাপনা কৰি, নাট্যকাৰ আৰু নিবন্ধ লেখক হিচাবে 'যথেষ্ট খ্যাতি লাভ কৰিছে। 'এই পোহৰ তোমালোকৰ বাবে' নামৰ নাটকে কেৰল সাহিত্য পৰিষদৰ পুৰস্কাৰ লাভ কৰে। নাট্যশৈলীৰ উৎকৰ্ষ আৰু অভিনবত্বৰ বাবে 'প্ৰলয়' নামৰ নাটকখনে 1972 চনত কেৰল সাহিত্য অকাডেমীৰ পুৰস্কাৰ পায়। ওমচেৰীৰ সাতখন গ্ৰন্থ প্ৰকাশিত হৈছে। 'ঈশ্বৰে দ্বিতীয়বাৰ ভুল কৰিলে' নামৰ তেওঁৰ একাঙ্ক সংগ্ৰহৰ পৰা সেই নামৰ নাটকখনকে এই সংকলনত লোৱা হৈছে।

**তিক্কোডিয়ন**

হাস্যৰসাত্মক নাট্যকাৰ, আৰু কবি ৰূপে এখেত পৰিচিত। এখেত কলা সমিতিৰ সংগঠনক। এজন সুদক্ষ অভিনেতা। এখেতৰ ওঠৰখনতকৈও অধিক গ্ৰন্থ প্ৰকাশিত হৈছে। একাঙ্কী নামৰ তেওঁৰ এটি সংকলনৰ পৰা 'এংজাইটি নিওৰচিচ' নাটকখন লোৱা হৈছে।

## তোপ্পিলভাসী

জন্ম 1924 চন। কেৰেলাৰ সাম্যবাদী দলৰ অন্যতম প্ৰতিষ্ঠাতা ৰূপে সুদীৰ্ঘ দিন ধৰি এখেতে কাম কৰি আহিছে। মেহনতী জনতাৰ নাট্যকাৰ বুলি এখেত জনাজাত। তেখেতৰ কেবাখনো বিখ্যাত নাটকে সেই পৰিচয়কে ডাঙি ধৰে। তেখেতেৰ মুঠ চৈধ্যখন গ্ৰন্থ প্ৰকাশ হৈছে। তাৰে বেছি কেখনেই নাটক। 'পৰিয়াল' নামৰ একাঙ্ক সংগ্ৰহৰ পৰা 'পাৰিবাৰিক জীৱন' নাটকখন লোৱা হৈছে।

## কে. টি. মুহম্মদ

জন্ম 1929 চন। সাধাৰণ শিক্ষা আৰু উন্নত মানদণ্ডৰ এটি জীৱনৰ পৰা বঞ্চিত হৈও নিজ প্ৰতিভা আৰু চিন্তা শক্তিৰ বলত প্ৰসিদ্ধ হৈ উঠে নাট্যকাৰ কে. টি. মুহম্মদ। তেখেতৰ 'চকুবোৰ' নামৰ কাহিনী সাহিত্যই 1954 চনত অখিল ভাৰতীয় পুৰস্কাৰ লাভ কৰে। 'গাখীৰ নিদিয়া গাই', 'পোহৰে প্ৰদীপ বিচাৰে' আদি বাৰখন পূৰ্ণাঙ্গ নাটক একাঙ্কীৰ উপৰিও পাঁচখন গল্পসংগ্ৰহ আৰু উপন্যাস তেখেতে ৰচনা কৰিছে। একাঙ্ক নাট্য সংগ্ৰহৰ পৰা এই সংকলনত 'ৰাতিৰ ৰেলগাড়ী' ( নাইট ট্ৰেন ) নামৰ অন্তৰ্ভূক্ত নাটকখন লোৱা হৈছে।

## জি শঙ্কৰ পিল্লাই

জন্ম 1930 চন। অভিনৱ নাট্যশৈলী আৰু নাটকীয় সংকেত ধৰ্ম্মীতা সম্বন্ধে সচেতন নাট্যকাৰ জি শঙ্কৰ পিল্লাই। মলয়ালমৰ প্ৰফেচৰ পিল্লাই এজন অতি সংবেদনশীল পাঠক আৰু বহুতো গ্ৰন্থ অধ্যয়ন কৰিছে। 'স্নেহদূত', 'বিবাহ স্বৰ্গত পৰিণত হৈছে' আদি কুৰিখনতকৈও অধিক নাটক তেখেতে ৰচনা কৰিছে। এখেতে গীত-সাহিত্যৰো ভালোখিনি বিকাশ সাধন কৰিছে। 'বালিকণা'—এই নামেৰেই প্ৰকাশিত তেখেতৰ এখন একাঙ্ক নাটক।

## এন. এন. পিল্লাই

জন্ম 1918 চন। নাট্যকলাৰ বিষয়ে অগাধ জ্ঞানৰ অধিকাৰী এন. এন. পিল্লাই পৰীক্ষামূলক নাটক ৰচনাত আগ্ৰহী। এখেতৰ নাটকে কেতিয়াবা দৰ্শকক বিক্ষুব্ধ কৰে, ক্ৰোধিত কৰে, কেতিয়াবা আকৌ হুহুঁৱায়। নিজৰ পৰিয়ালৰেই গঠিত এটা নাট্যদলৰ তেখেত পৰিচালক। 'আত্মবলিদান' নামৰ তেখেতৰ এখন নাটকে ৰাজ্যিক আৰু কেন্দ্ৰীয় পুৰস্কাৰ লাভ কৰে। তেখেতে প্ৰায় বাৰখন নাটক ৰচনা কৰিছে। 'শ্ৰীদেবী' তেখেতৰ 'দুখন একাঙ্কী' নামৰ নাট্যৰচনাৰ পৰা লোৱা হৈছে।